# দানবীৰ কাৰ্ণেগী




মৌলবী হাৰুণাৰ ৰছিদ, বি-এ, বি-টি



লয়াৰ্ছ বুক ষ্টল

গুৱাহাটী : অসম

# উছৰ্গা

মহৎ জীৱনীৰ চানেকীটি পূজনীয়া মাতৃ
'দায়েবুন নিছা'ৰ পৱিত্ৰ সোঁৱৰণত
সন্তানৰ অন্তৰৰ শ্ৰদ্ধাভক্তিৰ
অঞ্জলি স্বৰূপে আগ
বঢ়ালোঁ।

হাৰুণ

# আগকথা

আমেৰিকা যুক্তৰাষ্ট্ৰৰ অদ্ভুত কৰ্ম্মবীৰ আৰু জগত-বিখ্যাত দানবীৰ এণ্ড্ৰু কাৰ্ণেগীৰ জীৱন-কাহিনীটি মনমোহা উপন্যাসৰ দৰেই মনোৰম আৰু শিক্ষামূলক। নিজ বাহুবলে জগতত প্ৰতিষ্ঠা লাভ কৰা এগৰাকী মহাপুৰুষৰ জীৱন-কাহিনীৰ পৰা আমাৰ উঠি অহা বোপাটিইঁতে কিছু শিক্ষা লাভ কৰিব পাৰিব বুলি ভাবিয়েই দানবীৰৰ এই চমু জীৱনী খনি আগবঢ়ালো। জীৱন-চৰিত্ৰৰ কোনো ভৌগোলিক পৰিধি নাই। মহৎজনৰ প্ৰতিভাই পৃথিবী জুৰি পোহৰ বিৰিঙায়।

কাৰ্ণেগীৰ জীৱন আদৰ্শই আমাৰ উঠি অহা অকণিইঁতৰ অনুপ্ৰেৰণা যোগাওক—ইয়াকে কামনা কৰি এই চমু জীৱনী খনি আগবঢ়ালোঁ।

যোৰহাট
এপ্ৰিল, ১৯৫৮

ইতি
হাৰুণাৰ ৰছিদ




# দানবীৰ কাৰ্ণেগী

## এক

কাৰখানাৰ ছুটিৰ ঘণ্টা পৰিল ঢং ঢং ঢং। ল'ৰা বনুৱাবোৰ দল-বান্ধি হাই-কিৰিলি পাৰি হুৰমূৰকৈ ঘৰাঘৰি যাবলৈ ওলাই আহিল। যুক্তৰাষ্ট্ৰৰ পিট্‌ছবাৰ্গ নগৰৰ এটা নিৰ্জ্জন অঞ্চলৰ সূতা তৈয়াৰ কৰা এটা সৰু কাৰখানা। কাৰখানাৰ গৰাকীজন আছিল স্কটলেণ্ডদেশীয় এক ভদ্ৰলোক। দিনটো পৰিছিল শনিবাৰ—কাৰখানাৰ বনুৱাক বেতন দিয়াৰ দিন। সকলোৰে হাতত ধন, পইচা। মন আনন্দত নাচিব লাগিছে। আগত দিনটো দেওবাৰ, কাৰখানাৰ কাম-বন বন্ধ। এই আহৰি দিনটো কি ভাবে আনন্দ-উৎসৱৰ মাজেদি অতিবাহিত কৰা যাব তাৰ চিন্তাত সকলো ব্যস্ত।

লানি নিছিগা ল'ৰা বনুৱাৰ দল। সকলোৰে গুৰি ধৰি ওলাই আহিছে প্ৰায় চৌদ্ধ-পোন্ধৰ বছৰ বয়সৰ তৰুণ এটি বালক। গাৰ সাজপাৰ মলিয়ন; ছিৰিলা ছিৰিল, উৰলি পৰা। ল'ৰাটিৰ মুখত এটি বেজাৰৰ ছাঁ বিৰিঙি পৰিছিল। মুখ ওন্দোলাই আমন-জিমনকৈ এখুজি দুখুজিকৈ

কাৰখানা এৰি ল'ৰাটি ওলাই আহিছে। বেচেৰাই আজি সপ্তাহৰ পূৰা বেতন নেপালে। কামৰ খতীয়া পৰাত বপুৰিৰ বেতনৰ ভাগৰ ধন কটা পৰিল। সপ্তাহৰ বেতন আছিল এক ডলাৰ কুড়ি চেণ্ট—প্ৰায় আমাৰ তিনি টকাৰ সমান। এই অলপীয়া বেতনৰে আকৌ আজি কিছু কটা গ'ল। সেয়েহে বেচেৰাৰ মনত আজি ইমান দুখ। সেই দিনৰ এই সামান্য ক্ষতিৰ বাবেই সেইদিনা মুখ ওন্দোলাই চকু চলচলীয়া কৰি দুখে বেজাৰে মৰহি পৰা এই ল'ৰাটিয়েই পাচলৈ ডাঙৰ হৈ নানা সৎ কামত অকাতৰে কোটি কোটি টকা দান কৰি জগতৰ কল্যাণ সাধন কৰি বিশ্বজোৰা খ্যাতি আৰ্জ্জন কৰিছিল। এৱেঁই আছিল আমেৰিকা যুক্তৰাষ্ট্ৰৰ কৰ্ম্মবীৰ কোটিপতি কৃতী ব্যৱসায়ী স্বনামধন্য দানবীৰ এণ্ড্ৰু কাৰ্ণেগী।

স্কটলেণ্ডৰ ডানফাৰ্ম্মিলন নগৰৰ এক দুখীয়া ভদ্ৰ পৰিয়ালত ১৮৩৩ খৃষ্টাব্দৰ ২৫ নবেম্বৰ তাৰিখে এণ্ড্ৰু কাৰ্ণেগীৰ জন্ম হয়। সেই কালত ডানফাৰ্ম্মিলন নগৰ বুটাতোলা কাপোৰৰ নিমিত্তে সুপ্ৰসিদ্ধ আছিল। এণ্ড্ৰুৰ পিতাক উইলিয়ম কাৰ্ণেগীয়ে সুন্দৰ সুন্দৰ বুটাতোলা ফুলাম কাপোৰ বৰ জানিছিল। এই কাপোৰ নিজহাতে বৈ উলিয়াই উইলিয়মে ব্যৱসায় কৰিয়েই নিজ পৰিয়ালৰ ভৰণ পোষণ যোগাইছিল। দুখীয়া হলেও উইলিয়ম ভদ্ৰ আৰু মহৎ আছিল। কোনো ৰকমৰ নীচতা হীনতাতে উইলিয়মৰ আসক্তি বা ৰাপ নাছিল। এই বাবেই সকলোৱে উইলিয়ম কাৰ্ণেগীক শ্ৰদ্ধা ভক্তি

কৰিছিল। এণ্ড্ৰৰ পিতামহ আছিল এণ্ড্ৰু কাৰ্ণেগী। এওঁ আছিল সুৰসিক অমায়িক প্ৰকৃতিৰ। নিৰ্দ্দোষ হাঁহি-ধেমালিৰে ল'ৰা বুঢ়া সকলোৰে মন মুহিব পাৰিছিল। বুঢ়া বয়সতো তেওঁৰ কৌতুকপ্ৰিয়তা হ্ৰাস পোৱা নাছিল। ৰাসত্তৰ বছৰ বয়সতো উইলিয়মে ভেশছন কৰি ল'ৰা-ছোৱালীক আমোদ দি আনন্দ উপভোগ কৰিছিল। পিতামহৰ কৌতুক-প্ৰিয়তাৰ কথাকে উল্লেখ কৰি কাৰ্ণেগীয়ে তেওঁৰ আত্ম-জীৱনীত লিখিছিল—“সময়ত মোৰ মনত খেলায় যে মই সকলো সময়তে আশাৰ বেঙনি দেখা পাওঁ আৰু পৰম দুখতো মোৰ মুখত হাঁহি সুগুছিছিল। এই গুণটি বোধহয় মই উত্তৰাধিকাৰ সূত্ৰে মোৰ পিতামহৰ পৰাই লাভ কৰিছিলো।”

এণ্ড্ৰৰ মাতামহ টমাছ মৰিছন আছিল সেই কালৰ এগৰাকী সুপ্ৰসিদ্ধ লোক। সুবক্তা আৰু সুলিখক হিচাবে তেওঁৰ দেশত যথেষ্ট নাম-যশ আছিল। তেওঁৰ বক্তৃতা শুনি আৰু প্ৰবন্ধ পঢ়ি মুগ্ধ নোহোৱা লোক সেইকালত দেশত বিৰল আছিল। ৰাজনীতিত মৰিছন আছিল প্ৰগতিশীল ৰেডিকেল দলৰ এজন নেতা।

এণ্ড্ৰৰ মাক আছিল এগৰাকী আদৰ্শ মহিলা। চৰিত্ৰৰ মাধুৰ্য্য, উন্নত ৰুচি, আত্মশক্তিত সুগভীৰ বিশ্বাস আদি সজ গুণৰাশিৰ সমাবেশত এণ্ড্ৰৰ মাক আছিল ৰাণীৰ দৰেই মহিয়সী। এণ্ড্ৰৰ চকুত মাক আছিল সাক্ষাৎ দেৱী। মাকৰ বিষয়ে কিবা উল্লেখ কৰিব লগীয়া হলে এণ্ড্ৰু স্বাভাবিকতে

আবেগ উল্লাসত উথলি উঠিছিল। বুৰঞ্জীবিখ্যাত ডান-ফাৰ্ম্মিলন নগৰেও বালক এণ্ড্ৰুৰ মনত কম প্ৰভাব বিস্তাৰ কৰা নাছিল। ইয়াৰ অতীজ ঐশ্বৰ্য্য, মঠ, ৰাজপ্ৰাসাদৰ ধ্বংসাৱশেষ, ৱেষ্টমিনিষ্টাৰ এবি আদিয়ে বালক এণ্ড্ৰুৰ মনত নানা ভাব চিন্তাৰ থৌকি বাথৌকি লগাই তেওঁৰ কুমলীয়া মনত উঠুলি মুঠুলি লগাইছিল।

ল'ৰাকালত এণ্ড্ৰুৰ নিজ জন্মভূমি ডানফাৰ্ম্মিলনক যি চকুৰে চাইছিল মৰণকাললৈকে তাৰ কোনো ৰকমৰ ব্যতিক্ৰম নঘটিছিল। পৰৱৰ্ত্তী জীৱনত এই ডানফাৰ্ম্মিলনকে উদ্দেশ্য কৰি কাৰ্ণেগীয়ে লিখিছিল—"হিন্দুৰ মনত কাশী বাৰানসী, মুছলমানৰ চকুত মক্কা মদিনা, খৃষ্টীয়ানৰ মনত জেৰুজেলেম যেনে, মোৰ চকুত ডানফাৰ্ম্মিলন তেনে সুন্দৰ, মহান আৰু সুপবিত্ৰ।"

সেইকালত ডানফাৰ্ম্মিলন নগৰেই আছিল সকলো ৰকমৰ ৰাজনৈতিক উত্তেজনাৰ কেন্দ্ৰস্থল। সকলোৰে মুখে মুখে ৰাজনীতিৰহে আলোচনা, সমালোচনা—সকলো ৰকমৰ আলোচনাই বালক এণ্ড্ৰুৰ কাণত পৰিছিল। প্ৰায়বোৰ কথাৰে আতিগুৰি বুজিব পৰা বয়স এণ্ড্ৰুৰ তেতিয়া নহলেও তেওঁ সাধ্যমতে সকলো কথাকে বুজি লবলৈ পৰম আগ্ৰহ দেখুৱাইছিল। সকলোবোৰ কথা আলোচনাৰ পৰা এটা কথা সুস্পষ্ট হৈ পৰিছিল যে ৰাষ্ট্ৰ ব্যৱস্থাৰ পৰিবৰ্ত্তন আৱশ্যক।

যতবোৰ সভা-সমিতিৰ অধিবেশন বহিছিল তাৰ প্ৰায়-

বোৰতে এণ্ড্ৰুৰ পিতাক উইলিয়ম আৰু মোমায়েকে আগভাগ লৈ বক্তৃতাদি কৰিছিল। এনেবোৰ সভা-সমিতিলৈ অগণন লোকৰ সমাগম হৈছিল। দেখাক দেখি বালক এণ্ড্ৰুৱেও আনন্দ মনেৰে এনে সভা-সমিতিত যোগদান কৰিছিল। নিজ জন্মভূমিৰ এনে আবেষ্টনীৰ মাজত এণ্ড্ৰুৱে ল'ৰাকালছোৱা অতিবাহিত কৰি কটাবলৈ পায়।

এনে সময়তে দেশত দুৰ্দ্দিন দেখা দিয়েহি। এতিয়ালৈকে কাপোৰ বেপাৰীসকল সাধাৰণ তাঁতশালতে কাপোৰ বৈ উলিয়াই বেপাৰ বাণিজ্য চলাই আহিছিল। ইতিমধ্যে ভাপত চলোৱা তাঁতশাল উদ্ভৱ হল। ভাপৰ তাঁতশালৰ প্ৰচলন ক্ৰমাৎ বাঢ়ি আহিবলৈ ধৰিলে। এণ্ড্ৰুৰ পিতাক উইলিয়মে পৰিবৰ্ত্তনৰ গুৰুত্ব উপলব্ধি কৰিব নোৱাৰি পুৰণিকলীয়া তাঁতশালখনকে আঁকোৱালি ধৰি ৰ'ল। ফলত তেওঁ দিনক দিনে বিপদগ্ৰস্ত হৈ পৰিবলৈ ধৰিলে।

উইলিয়ম ক্ৰমান্বয়ে হতাশ হবলৈ ধৰিলে। এণ্ড্ৰুৰ মাকে টানি মানি অতি কষ্টেৰে ঘৰ সংসাৰ চলাই যাবলৈ লাগিল। দুটা পইচা ওপৰঞ্চিকৈ উপাৰ্জ্জন কৰিবলৈকে এখন সৰু-সুৰা দোকান পতাৰ কথাটো আলচিবলৈ লাগিল। দোকানৰ সামান্য উপাৰ্জ্জনেই, নোহোৱাত পৰিয়ালৰ নিমিত্তে অমূল্য যেন হয়।

# দুই

এণ্ডুৰ বয়স আঠ বছৰত সোমাবৰ হলহি। তথাপি ল'ৰাৰ লিখাপঢ়াৰ প্ৰতি ধাউতি থকাৰ একো লক্ষণ থকা পিতামহৰ চকুত তেতিয়াও ধৰা নপৰিল। শিক্ষা বিষয়ৰ প্ৰতি পুতেকৰ এনে আওকণীয়া ভাব দেখি পিতা-মাতা উভয়েই চিন্তাত পৰিল। অৱশেষত এগৰাকী শিক্ষক বন্ধুৰ পৰামৰ্শত এণ্ডুক এদিন স্কুললৈ নিওৱাৰ ব্যৱস্থা কৰা হ'ল। এদিন সমনীয়া ল'ৰা এজনৰ সৈতে এণ্ডুক ফুচুলাই স্কুললৈ কোনো ৰকমে পঠিয়াই দিয়া হ'ল। স্কুললৈ আহি এণ্ডুৰ এনেহে ভাল লাগিল যে ঘৰলৈ উভতি তেওঁ পিতামাতাক তেওঁক স্কুলত ভৰ্ত্তি কৰি দিবলৈ আমনি কৰি অস্থিৰ কৰি তুলিলেহি।

আঠ বছৰ বয়সত এণ্ডুক স্কুলত নাম লগাই দি পিতামাতা নিশ্চিন্ত হ'ল। স্কুললৈ যাবলৈ পায় তেওঁ এক নতুন জীৱনৰ সন্ধান পালে। নতুন আনন্দ উৎসাহত তেওঁৰ মন ভৰপূৰ। কেতিয়াবা কিবা কাৰণত স্কুললৈ যাব নোৱাৰা হলেই এণ্ডুৰ মন দুখ বেজাৰত মৰহি পৰিছিল। ঘৰুৱা জীৱনৰ নানা আলৈ-আহুকালৰ মাজত পৰি বাধ্য হৈ এণ্ডুৱে বাটৰ দাঁতিৰ চৰকাৰী পানীকলৰ পৰা পৰিয়ালটোৰ নিমিত্তে দিনটোৰ পানীটোপা সংগ্ৰহ কৰি আনি যোগাব লগীয়াত পৰিছিল। এইটোৱেই আছিল তেওঁৰ দিনটোৰ সৰ্ব্বপ্ৰথম

কৰ্ত্তব্য। সেইকালত পানীকলৰ সংখ্যা সৰহ নাছিল। কাজেই পানী নিবলৈ অহা মানুহৰ মাজত পানীৰ বাবে খোৱা-কামোৰো লগাটো এটা স্বাভাৱিক দৈনন্দিক ঘটনা যেন হৈ পৰিছিল। এনে টনা-আজোৰাৰ মাজতো চতুৰ বালক এণ্ড্ৰুৱে কৌশলেৰে কাকো মনোকষ্ট নিদিয়াকৈ নিজৰ ভাগৰ পানীটোপা ধৰি লৈ আনি মাকক হাতত দিছিল। এনেবোৰ কাৰণতে মাজে সময়ে স্কুলত উপস্থিত হোৱাত এণ্ড্ৰুৰ পলম হৈছিল। শিক্ষকে তেওঁৰ পলম হোৱাৰ প্ৰকৃত কাৰণ বুজিব পাৰি এণ্ড্ৰুৰ ওপৰত খং খাই কোনো ৰকমৰ শাস্তি বিধান নকৰি ক্ষমা কৰিছিল।

এণ্ড্ৰুৱে নিজে স্কুললৈ পলমকৈ আহিবলৈ পোৱাত অন্তৰেৰে দুখ পাইছিল। কিন্তু নিজৰ অসুবিধা স্বত্ত্বেও তেওঁ তেওঁৰ সেই কুমলীয়া বয়সতে ঘৰৰ কিছু লাগনি পাছনি খন কৰি দি পিতা-মাতাক সহায় কৰি অলপ সকাহ দিব পাৰিছিল। তাৰ বাবে তেওঁ অন্তৰত গৰ্ব্ব অনুভৱ কৰিছিল। এই কালছোৱাৰ ভিতৰতে এণ্ড্ৰুৰ ওপৰত তেওঁৰ ৰবদেউতাক লাভাৰৰ অসাধাৰণ ব্যক্তিত্বৰ প্ৰভাৱ পৰেহি। এণ্ড্ৰুৰ পিতাক উইলিয়মে নিজৰ তাঁতশালৰ কামৰপৰা মুৰকে দাঙিব নোৱাৰিছিল। দিনৰ দিনটোৱে কঠোৰ পৰিশ্ৰম কৰি পেটৰ ভাত মুঠিৰ সংস্থান কৰিব লগীয়াত পৰিছিল। ল'ৰাৰ লিখা-পঢ়াৰ প্ৰতি চকু দিবলৈ তেওঁৰ আহৰি বুলিবলৈ নাছিল। লাভাৰৰ নিজৰ এখন দোকান আছিল। তাত তেওঁ

নিজহাতে বেচা-কিনা কৰিছিল। তেওঁৰ আজৰিও আছিল যথেষ্ট।

লাভাৰৰ ইতিমধ্যে স্ত্ৰীবিয়োগ ঘটে। একমাত্ৰ পুতেক জৰ্জ্জ আৰু ভতিজাক এণ্ড্ৰুক লগত ৰাখিয়েই লাভাৰে পত্নীশোক পাতলাবলৈ চেষ্টা কৰিছিল। নানা ৰকমৰ গল্প কাহিনী শুনাই ল'ৰা দুটাৰ মন ভাল লগাবলৈ লাভাৰে চেষ্টা কৰিছিল। এণ্ড্ৰুৱে চল পালেই ঘৰ এৰি টুপুৰ কৰে আহি লাভাৰৰ দোকানত ওলাইছিলহি। লাভাৰে ছেগবুজি বুৰঞ্জী, ভূগোল, সাহিত্য আদিৰ বিষয়বোৰ কাহিনী আকাৰে সহজভাবে পৰিপাটিকৈ ল'ৰাদুজনক বুজাই শিক্ষা দিবলৈ লাগিল। লাভাৰৰ এই গল্প-কাহিনীৰ বৰ্ণনাৰ জৰিয়তে এণ্ড্ৰু আৰু জৰ্জ্জে বহুতখিনি শিকিব লগীয়া কথা শিকি লবৰ সুবিধা পালে। এই উপায়ে অতি কম সময়ৰ ভিতৰতে ল'ৰা দুজনে ইংলেণ্ডৰ সম্পূৰ্ণ বুৰঞ্জী আৰু ভূগোল আদি বিষয়ৰ জ্ঞান লাভ কৰি উঠিল।

লাভাৰৰ শিক্ষাদানৰ অন্য এটি বৈশিষ্ট্য আছিল। তেওঁ ভাল ভাল কবিতাবোৰ ল'ৰাহঁতক মুখস্থ কৰোৱাইছিল। ল'ৰাই স্বাভাবিকতে কবিতা আওৰাই ভাল পায়; ভাল কবিতা হলে কথাই নাই। সেইকাললৈকে যতবোৰ ভাল ভাল কবিতা প্ৰকাশ পাইছিল বৰদেউতাক লাভাৰৰ মুখে শুনি তাৰ প্ৰায়বোৰকে এণ্ড্ৰুৱে মুখস্থ কৰি লৈছিল। তেওঁৰ আবৃত্তিও শুৱলা হৈছিল। এণ্ড্ৰু আৰু জৰ্জ্জে সুন্দৰ আবৃত্তিৰ

বাবে মাজে সময়ে লাভাৰৰ পৰা দুই এক পেনী উপহাৰো লাভ কৰিছিল। এণ্ড্ৰুৰ স্মৰণশক্তি সৰুৰে পৰা প্ৰখৰ আছিল। তেওঁ এবাৰ শুনিয়েই একোটা ডাঙৰ ডাঙৰ কবিতা সহজে মুখস্থ কৰিব পাৰিছিল। যিবোৰ কবিতা তেওঁৰ ভাল লাগিছিল সেইবোৰ চিৰদিনীয়া হৈ মনত শিপাই ৰৈছিল। যিবোৰ মনত খকজা বা ভাল নেলাগিছিল তাক দুই এদিনৰ ভিতৰতে পাহৰি মনৰ আঁতৰ কৰি দিছিল।

এণ্ড্ৰুৰ স্কুলৰ প্ৰথম ঘণ্টাতে আবৃত্তিৰ পাল পৰিছিল। স্কুললৈ যাত্ৰা কৰাৰ আগতে এণ্ড্ৰুৱে পালৰ স্তোত্ৰটো এবাৰ মাত্ৰ চকু ফুৰাই চাই লৈছিল। বাটে বাটে তাক আওৰাই গৈ স্কুলমুৱা হৈছিল। স্কুল পাইমানে স্তোত্ৰটো এণ্ড্ৰুৰ মুখস্থ হৈ পৰিছিল। শ্ৰেণীত সোমায়েই তেওঁ সুন্দৰ নিভুৰ্লকৈ আবৃত্তিটো দি শিক্ষকৰ প্ৰশংসা লাভ কৰিছিল। পৰবৰ্ত্তী জীৱনত এই কথাটোকে উল্লেখ কৰি কাৰ্ণেগীয়ে লিখিছিল— "স্কুলত প্ৰথমেই আবৃত্তি লোৱা হৈছিল বুলিহে ৰক্ষা পৰিছিলো। পাচত পুনৰ আবৃত্তি কৰিব লগা হোৱাহলে মোৰ দুৰ্গতিৰ সীমা নোহোৱা হলহেঁতেন।" সুন্দৰ আবৃত্তিৰ বাবে এণ্ড্ৰুৱে মাজে সময়ে স্কুলৰ শিক্ষক মাৰ্টিনৰ পৰাও পুৰস্কাৰ লাভ কৰিছিল। পৰবৰ্ত্তী জীৱনতো কাৰ্ণেগীয়ে সুন্দৰ আবৃত্তিৰ বাবে এবাৰ বঁটা লাভ কৰিছিল। ঘটনাটো বেছ আমোদজনক।

কাৰ্ণেগী তেতিয়া এজন সুপ্ৰসিদ্ধ ধনকুবেৰ। এদিন তেওঁৰ

বন্ধুবৰ সুবিখ্যাত ৰাজনীতিবিদ জন মৰ্লিৰ ঘৰত কাৰ্ণেগীৰ আহাৰৰ নিমন্ত্ৰণ আছিল। দুই বন্ধু খাবলৈ বহি ইটো সিটোৰ বিষয়ে কথা হবলৈ ধৰিছে। কথা প্ৰসঙ্গতে কবিৰ কথাৰ অৱতাৰণা হয়। জন মৰ্লিয়ে সুবিখ্যাত কবি বাৰ্ণছ্'ৰ বিখ্যাত কবিতা এটা আবৃত্তি কৰিছিল। মাজতে এফাকি পাহৰি দমকা মাৰি ৰব লগা হয়। বিবুদ্ধি হৈ মৰ্লিয়ে বন্ধু কাৰ্ণেগীৰ মুখলৈ চায়, কাৰ্ণেগীয়ে বন্ধুৰ অৱস্থাটো বুজিব পাৰি তেওঁক সোঁৱৰাই দিবৰ কাৰণে কবিতাটো আদিৰে পৰা অন্ত-লৈকে শুৱলাভাবে মাতি শুনালে। কাৰ্ণেগীৰ কবিতা আবৃত্তি শেষ হল, মৰ্লিয়ে চোলাৰ জেপৰ পৰা সুন্দৰ আবৃত্তিৰ বাবে উপহাৰ দিবলৈ পেনী মুদ্ৰা এটা উলিয়াই কাৰ্ণেগীলৈ আগ-বঢ়াই ধৰিলে, কাৰ্ণেগীয়ে কোনো সঙ্কোচ আপত্তি নকৰি নতশিৰে ধন্যবাদ জনাই মুদ্ৰাটো গ্ৰহণ কৰি ৰাখিলে।

জন মৰ্লিয়ে ইতিপূৰ্ব্বে স্কুলৰ শিক্ষকৰপৰা এণ্ড্ৰুৱে ভাল আবৃত্তিৰ বাবে বঁটা লাভ কৰাৰ কথাটো কাৰ্ণেগীৰ মুখে শুনিছিল। তাকে সুঁৱৰি তেওঁ এতিয়াও কাৰ্ণেগীক বঁটা দান কৰিবলৈ আগ বাঢ়িলে। ল'ৰাকালত এণ্ড্ৰুৱে পাৰ চৰাই আৰু বিলাতী এন্দুৰ পোহাৰ হেঁপাহ কৰিছিল। বাৰ ৰকমৰ ভাল-বেয়া ল'ৰাৰ লগ-সঙ্গ নোলোৱাকৈ ঘৰতে এইবোৰকে লৈ ৰং-ধেমালি কৰি আবদ্ধ হৈ থকাত মাক-বাপেকেও ভালহে পাইছিল।

বন্ধৰ দিনত এণ্ড্ৰুৰ আনন্দৰ সীমা নোহোৱা হৈ পৰিছিল।

ভায়েক টমক লগত লৈ দিনৰ দিনটো এন্দুৰৰ আহাৰ বিচাৰি ওচৰ পাজৰৰ হাবি বননি চলাথ কৰি ফুৰিছিল। এই ভাবেই দুই-এজন সঙ্গীৰে বন্ধৰ দিনবোৰ পৰম আনন্দেৰে অতিবাহিত কৰিছিল। এইৰূপে দুখ-সুখৰ মাজেদিয়েই এণ্ড্ৰুৰ ল'ৰাকালছোৱা পাৰ হৈ যাবলৈ ধৰে। ডাঙৰ মানুহৰ ঘৰৰ আদৰ আলাসৰ ল'ৰাৰ দৰে এণ্ড্ৰুৰ নাছিল জকমকীয়া দামী সাজপাৰ। পিতামাতাৰ মৰম স্নেহতে ডুব গৈ থাকি কাপোৰ-কানি আৰু অন্যান্য লাহ-বিলাহৰ সামগ্ৰী, সংসাৰৰ কোনো অভাৱকে অভাৱ জ্ঞান এণ্ড্ৰুৱে কৰিবলৈ নিশিকিছিল।

ভাপকলৰ তাঁতশালৰ প্ৰচলন ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে, ডানফাৰ্ম্মিলনৰ সৰু-সুৰা তাঁত-শিল্পী সকলৰ দুখ-দুৰ্গতিয়ে চৰম সীমা চুলেগৈ, উপাৰ্জ্জনৰ বাট-পথ বন্ধ হৈ পৰাৰ উপক্ৰম হ'লহি। এণ্ড্ৰুৰ পিতাক উইলিয়মে তাঁতশাল সামৰি পেটৰ ভাতমুঠিৰ বাবে চাকৰি কৰিবলৈ সাজু হ'ল। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ পিট্‌ছবাৰ্গ নগৰত এণ্ড্ৰুৰ দুগৰাকী মাহীয়েক আছিল। ডানফাৰ্ম্মিলনৰ এনে দুৰ্দ্দিনত তালৈকে উঠি গলে কিবা সা-সুবিধা হব পাৰেনে ? তাক জানিবলৈ এণ্ড্ৰুৰ মাকে ভনীয়েক-হঁতলৈ চিঠি লিখি সুধি পঠালে। যথাসময়ত চিঠিৰ উত্তৰ আহিল। ভনীয়েক দুগৰাকীয়ে বায়েকক পিট্‌ছবাৰ্গলৈকে সাদৰ আহ্বান জনালে।

উইলিয়মে তাঁতশাল কেইখন বেচি দি লাম-লাকতি কেই

ডোখৰকে বুকুত বান্ধি লৈ সুদূৰ আমেৰিকালৈকে সপৰিয়ালে উঠি যোৱাটোকে স্থিৰ কৰিলে। তাঁতশাল কেইখন বেচি দি সমুদ্ৰ যাত্ৰাৰ সম্বল বুলি কিছু ধন হাতত গোটাই ললে। যথাসাধ্য আয়োজন কৰি উইলিয়ম কাৰ্ণেগীয়ে ১৮৪৮ খৃষ্টাব্দৰ ১৭ মেই তাৰিখে জন্মভূমি ডানফাৰ্ম্মিলনৰ মায়া মোহ নেওচি ভাগ্যকে ধৰিয়াই যুক্তৰাষ্ট্ৰৰ সুদূৰ পিট্‌ছবাৰ্গৰ উদ্দেশ্যে সপৰিয়ালে সমুদ্ৰ যাত্ৰা কৰি ওলাল।

এণ্ড্ৰুৰ বয়স তেতিয়া আছিল মাত্ৰ ১৩ৰ, ভায়েক টম আছিল মাত্ৰ পাঁচ বছৰীয়া। কেচুৱা কালৰ পৰা পৰিচিত জন্মভূমি ডানফাৰ্ম্মিলন এৰি যাব লগীয়া হোৱাত সকলোৰে মনত দুখ। ল'ৰাৰ দলবোৰে তেওঁলোকৰ খেল-ধেমালিৰ সঙ্গী সহচৰ প্ৰিয় এণ্ড্ৰুক চিৰ বিদায় জনাবলৈ পোৱাত মনোকষ্টৰ সীমা নোহোৱা হ'ল। সকলোৰে চকুত পানীৰে চলচলীয়া হ'ল, চকুৰ পানীৰেই বিদায় পৰ্ব্ব শেষ হল। এণ্ড্ৰুৰ পিতা-মাতাৰে সুদূৰ পিট্‌ছবাৰ্গ লৈ প্ৰবাসীৰূপে ৰাওনা হ'ল।

# তিনি

উইলিয়মৰ পৰিয়ালটো আহি পিটৃছবাৰ্গত এণ্ড্ৰুৰ মাহীয়েকহঁতৰ ঘৰত পোনে পোনে আশ্ৰয় ললেহি, তেওঁ-লোকে নামমাহ ভাড়াতে এটা বুজন ঘৰ পৰিয়ালটিৰ ব্যৱহাৰৰ কাৰণে যুগুত কৰি দিয়ালে। উইলিয়মে নতুন ঠাইত পুনৰ ভবিষ্যতৰ আশাতে বুকুত বল বান্ধি সাজু হ'ল। তাঁতশালকে সম্বল কৰি লৈ উইলিয়মে পুনৰ পূৰ্ব্বৰ কাপোৰৰ ব্যৱসায়কে আৰম্ভ কৰিলে। তাঁতশালকে আশ্ৰয় কৰি হাড়ভঙ্গা পৰিশ্ৰম কৰি উইলিয়মে যি উপাৰ্জ্জন কৰিছিল তাৰে চাৰিটাকৈ প্ৰাণী বিদেশত পোহপাল যোৱা অসম্ভৱ হৈ উঠিল।

এণ্ড্ৰুৰ মাকে উপাৰ্জ্জনৰ অন্য বাট পথৰ সন্ধান কৰিবলৈ ধৰিলে। ছোৱালী কালতে জোতা সিয়া বিদ্যাটো শিকিছিল, টানত পৰি এতিয়া তেওঁ সেই বিদ্যাকে কামত লগাবলৈ মন কৰিলে। গৃহস্থালিখনৰ সকলো কাম-বন কৰি উঠি আহৰীয়া সময়খিনিত এণ্ড্ৰুৰ মাকে জোতা সিবলৈকে আৰম্ভ কৰিলে। এই উপায়েৰে কিছু ওপৰঞ্চি উপাৰ্জ্জন কৰি এণ্ড্ৰুৰ মাকে ঘৰ চলাবলৈ লোৱাত উইলিয়মৰ পৰিশ্ৰম কিছু লাঘৱ হ'ল, তেওঁ কিছু সকাহ পালে। ৰাতি দুপৰলৈকে কঠোৰ পৰিশ্ৰম কৰিও এণ্ড্ৰুৰ মাকে জোতা সি যি উপাৰ্জ্জন কৰিছিল তাৰে ঘৰৰ অৱস্থা কোনোৰকমেই টনকিয়াল নোহোৱাত পৰিল।

এণ্ড্ৰুৰ বয়সো বাঢ়ি যাবলৈ ধৰিলে, তাকনো কিহত লগাব সিও উইলিয়মৰ এক সমস্যা হৈ পৰিল। ঘৰখনৰ অৱস্থালৈ চাই ধন-বিত খৰচ ভঙন কৰি এণ্ড্ৰুক স্কুলত ভৰ্ত্তি কৰি দিয়াও আছিল তেওঁৰ সাধ্যাতীত। এণ্ড্ৰুৰ মহাদেৱেক তুগৰাকীয়েও পৰিয়ালটিক যথাবিহিত বুদ্ধি পৰামৰ্শ দি সততে সহায় কৰিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিছিল। এদিনাখন এজন মহাদেৱেকে কথাৰ চলতে কলে—"এণ্ড্ৰু যেনে চতুৰ, টটাটিঙ্গা, তজবজীয়া ল'ৰা, তাক কিছুমান ল'ৰা ওমলোৱা খেলাৰ পুতলা দি বন্দৰলৈ ফেৰিৱালাকৈ পঠাই দিলে সি গৈ বন্দৰৰ জেটিত সেইবোৰ বেচি কিছু উপাৰ্জ্জন সহজে কৰিব পাৰিব।" এই কথাটোকে উল্লেখ কৰি কাৰ্ণেগীয়ে তেওঁৰ আত্ম-জীৱনীত লিখিছিল—"মই পূৰ্ব্বে কোনো দিনেই আইৰ খঙ উঠা দেখা নাছিলো, সেইদিনা মহাদেউৰ মুখে মই ফেৰিৱালা হৈ পুতলা বেচাৰ কথাটো শুনি আইৰ চকু মুখ ৰঙা পৰিল, গাব কঁপনি উঠিবলৈ ধৰিলে। কঁপি কঁপি থোকাথুকি মাতেৰে তেওঁ কবলৈ লাগিল, "কি, মোৰ ল'ৰা ফেৰিৱালা হব, সি পুতলা বেচি ধন উপাৰ্জ্জন কৰিবলৈ বন্দৰৰ জেটিলৈ যাব লাগিব? জেটিখন জানো সজলোকৰ ঠাই? যত মানে অসৎ দুষ্ট বদমাইচ লোকৰ আড্ডা হ'ল এই বন্দৰৰ জেটি। তালৈকে গৈ মোৰ পোনাই ধন ঘটি আনি আমাক পোহপাল দিব লাগে? তাকে কৰিবলৈ এৰি দিয়াতকৈ তাক হাতভৰি বান্ধি সাগৰৰ মাজলৈ দলিয়াই দিবলৈ নকয় কিয়?"

আৰু অধিক কথা আয়ে কব নোৱাৰা হ'ল, হুকহুককৈ কান্দি চকুৰ পানী টুকি টুকি টম আৰু মোক বুকুত সুমুৱাই ধৰি কবলৈ লাগিল, "বাছাহঁত, তোমালোকে চিন্তা নকৰিবা, তোমালোকে কৰিব পৰা ইয়াতকৈ বহুত সজ কাম জগতত আছে। ন্যায় পথত থাকি মানুহে জীৱনত বহুতো উপায়ে উন্নতি সাধন কৰি মানুহৰ মাজত মানুহ বোলাই চলিব পাৰে।"

কাৰ্ণেগীয়ে তেওঁৰ আত্মজীৱনীত লিখিছিল, "অতীতৰ এই কথা ভাবিলে মোৰ মনত এনেহে ভাবৰ উদয় হয় যে জগতত এনে পৰিয়াল নিশ্চয় বিৰল—যি দীন-হীন অৱস্থাৰ মাজতো নিজৰ আত্মমৰ্য্যাদা ক্ষুণ্ণ হবলৈ নিদিয়াকৈ বুকু ফিন্দাই মূৰ দাঙি থিয় হব পাৰে।" ফেৰিৱালা জীৱনত অধিক পৰিশ্ৰম কৰিব লগা হব পাৰে বুলি ভয় কৰি এণ্ড্ৰুৰ মাকে আপত্তি তোলা নাছিল। সৎপথত থাকি পৰিশ্ৰম কৰি উপাৰ্জ্জন কৰিব পৰাত এণ্ড্ৰুৰ মাকৰ আপত্তি নাছিল। পৰিশ্ৰম কৰাত বৰঞ্চ তেওঁ গৌৰব অনুভব কৰিছিল। তেওঁৰ আপত্তিৰ প্ৰকৃত কাৰণ আছিল জানোচা জেটিৰ অসৎলোকৰ সংস্পৰ্শত আহি এণ্ড্ৰুৱে সিহঁতৰ স্বভাৱ অনুকৰণ কৰি অসৎ হৈ পৰে। সকলো ৰকমৰ নীচতা হীনতাৰ পৰা সকলো অৱস্থাত পৰাপক্ষত তেওঁলোকক আঁতৰকৈ ৰখাই এণ্ড্ৰুৰ মাকৰ প্ৰধান লক্ষ্য আছিল।

কাৰ্ণেগীয়ে লিখিছিল, "বেয়া অসৎকাম কোনো এটাকে আমাৰ পিতামাতাই চকুপাৰি দেখিব নোৱাৰিছিল। তেনে

কথা-কাম তেওঁলোকৰ প্ৰকৃতি-বিৰুদ্ধ আছিল। নীচতা-হীনতাৰ চাবি চাপৰ মাজত অজ্ঞাতেও ভৰি পেলাবলৈকে তেওঁলোকে আপত্তি কৰিছিল।” উক্ত ঘটনাৰ কিছুদিনৰ পাচত এণ্ড্ৰুৰ পিতাক উইলিয়মে নিজৰ ব্যৱসায় এৰি চাকৰিৰ সন্ধানত ওলাল। সেই নগৰতে স্কটলেণ্ডৰ এগৰাকী ভদ্ৰলোকে এটা সৰু কাৰখানা পাতি লৈ সূতা তৈয়াৰ কৰাৰ বেপাৰ চলাইছিলহি। উইলিয়মে এই কাৰখানাতে এটা চাকৰি যোগাৰ কৰি ললেহি। পুতেক এণ্ড্ৰুকো তেওঁৰ লগতে আনি কাৰখানাত মজুৰা ফুকৰা কামত ভৰাই ললেহি। এণ্ড্ৰুৰ বেতন হল সপ্তাহে এক ডলাৰ কুড়ি চেণ্ট। অলপীয়া বেতনৰ বাবেই এণ্ড্ৰুৱে দিনৰ দিনটো হাড়ভঙ্গা পৰিশ্ৰম কৰি খাটি কাম কৰিব লগীয়া হৈছিল।

ৰাতিপুৱা উঠি সামান্য আহাৰ কৰিয়েই পিতাপুত্ৰ একে লগে যাত্ৰা কৰি কাৰখানালৈ ওলাই গৈছিল। দুপৰীয়া আহাৰ কৰিবলৈ বুলি মাজতে অলপ আহৰি পাইছিল। তাৰ পাচত সন্ধিয়ালৈকে মূৰ দাঙিব নোৱাৰাকৈ একেৰাহে পৰিশ্ৰম কৰি কাম কৰি যাব লগাত পৰিছিল। এণ্ড্ৰুৱে ইয়াকে ভাবি সান্ত্বনা লাভ কৰিছিল যে তেওঁ অলপহে বহি থাকিব লগীয়া নোহোৱাকৈ নিজৰ ক্ষুদ্ৰশক্তি অনুযায়ী যৎসামান্য হলেও কিছু উপাৰ্জ্জন কৰি গৃহস্থালিখন চলোৱাত পিতামাতাক সাহায্য কৰি কিছু সকাহ দান কৰিব পাৰিছিল।

কিছুদিন চাকৰি কৰাৰ পাচত এণ্ড্ৰুৱে এই কাৰখানা এৰি

আহি অন্য এটা কাৰখানাত চাকৰি গ্ৰহণ কৰিলেহি। ইয়াত বেতন পালে সপ্তাহে দুই ডলাৰ কিন্তু কামটো আছিল কিছু শ্ৰমসাধ্য। মাজে সময়ে ৰাতি উজাগৰে থাকিও কাৰখানাৰ কাম চলাব লগীয়াত পৰিছিল। ইঞ্জিনঘৰৰ গাতে লাগি থকা এটি সৰু কোঠালিত ৰাতিৰ ৰাতিটো টিপ নমৰাকৈয়ে বহি বহি এণ্ড্ৰুৱে কাৰখানা চলাব লগাত পৰিছিল। মাজে মাজে কৰবাত ইঞ্জিন বিকল হৈ কাৰখানা অচল হৈ পৰাৰ ভয়তে নিশ্চিন্ত হব নোৱাৰি সদা-সৰ্ব্বদায়ে কাণমূৰ থিয়কৈ এণ্ড্ৰু সজাগ হৈ ৰব লগাত পৰিছিল। দেহ-মনৰ সকলো প্ৰকাৰৰ কষ্টকে কষ্ট নুবুলি ভবিষ্যতৰ সুদিনৰ আশাতে এণ্ড্ৰুৱে সকলো নীৰবে সহ্য কৰি কৰ্ত্তব্য পথত আগুৱাই গ'ল।

এদিন হঠাৎ কাৰখানাৰ নিৰ্দ্দিষ্ট কৰ্ম্মচাৰীজন কিবা কাৰণ বশতঃ অনুপস্থিত থাকিব লগা হোৱাত কাৰখানাৰ গৰাকীৰ আদেশক্ৰমে কিছুমান জৰুৰী বিল প্ৰস্তুত কৰি দিয়াৰ ভাৰ পৰিল এণ্ড্ৰুৰ ওপৰত। এণ্ড্ৰুৱে পৰিপাটিকৈ কামটো সম্পাদন কৰি দিয়াত গৰাকী সন্তুষ্ট হ'ল। ফলত এণ্ড্ৰুৰ পদোন্নতি হ'ল। ইঞ্জিন ঘৰৰ কামৰ পৰা এণ্ড্ৰুক একেবাৰে আনি কাৰখানাৰ অন্য এটা বিভাগৰ কাম দিয়া হ'ল। কামৰ পৰিশ্ৰম কম আছিল যদিও এণ্ড্ৰুৰ কামটো মনপূত নহল। দুটা পইচাৰ উপাৰ্জ্জনৰ আশাতেই মাত্ৰ এৰা নিদিয়াকৈ ৰ'ল।

এদিন কাৰখানাৰ ছুটীৰ পাচত সন্ধ্যা পৰত এণ্ড্ৰু আহি ঘৰ সোমাইছিলহি। এনেতে এগৰাকী মহাদেৱেকে ৰতৰা

দিলে যে স্থানীয় টেলিগ্ৰাফ অফিচত টেলিগ্ৰাফৰ পিয়ন চাকৰিৰ বাবে এজন ডেকা ল'ৰা বিচাৰি জাননী দিছে। বেতন সপ্তাহে আঢ়ৈ ডলাৰ। এণ্ড্ৰুৱে চাকৰিটোৰ প্ৰতি ইচ্ছা দেখুৱালে, তেওঁ চেষ্টা কৰি চাব পাৰে। কামটো পালে কৰিবলৈ মত দিলে। ইঞ্জিন ঘৰৰ কয়লাৰ ধোৱাৰ মাজত জীৱনপাত কৰাতকৈ মুকলি পোহৰ বতাহৰ মাজত কাম কৰিবলৈ পোৱাটোকে পৰম ভাগ্যৰ কথা বুলি, এণ্ড্ৰুৱে চাকৰিটো পালে ততালিকে গ্ৰহণ কৰিম বুলি জনালে। পুতেকৰ আগ্ৰহলৈকে লক্ষ্য কৰি মাকেও সন্মতি দান কৰিলে। কিন্তু আপত্তি তুলিলে এণ্ড্ৰুৰ পিতাক উইলিয়মে।

উইলিয়মে আপত্তি কৰিলে এণ্ড্ৰুৱে দিনে ৰাতিয়ে টলৌ টলৌকৈ লৰি ঢাপৰি কৰিব লগীয়া পিয়ন চাকৰিটোনো কেনেকৈ কৰিব পাৰিব। ৰাতি দুপৰলৈকে হাতত টেলিগ্ৰাফ-বোৰ লৈ অনাই বনাই ৰাৰ ৰকমৰ অচিন আচহুৱা ঠাইত টেলিগ্ৰাফ বিলি কৰিবলৈ যাব লাগিব। আপদ বিপদৰ কথাও নোহোৱা নহয়। এনে এটা চাকৰি মোৰ ফুকলীয়া পোনাকণে কিৰূপে কৰিব পাৰিব। উইলিয়ম অমত হ'ল কিন্তু এণ্ড্ৰুৱে বিশেষ আগ্ৰহ দেখুৱাত অৱশেষত পিতাকেও অনুমতি দান কৰিলে। যথাসময়ত এণ্ড্ৰু টেলিগ্ৰাফ অফিচত পিয়নৰ চাকৰি গ্ৰহণ কৰিলেগৈ। এণ্ড্ৰুৰ নতুন চাকৰিয়াল জীৱনৰ সূচনা হ'ল।

নতুন ঠাইত নতুন চাকৰি। প্ৰথমে প্ৰথমেই এণ্ড্ৰুৰ

পিয়নৰ কামত কিছু অসুবিধা হোৱাতো স্বাভাবিক। কিছু দিন কোনোৰকমে চাকৰি কৰি যোৱাৰ পাচত অসুবিধাবোৰ ধীৰে ধীৰে দূৰ হৈ পৰিল। এণ্ড্ৰু ধীৰে ধীৰে এজন সুদক্ষ পিয়ন হৈ উঠিল আৰু নগৰত টেলিগ্ৰাফ বিতৰণ কৰাৰ সুযোগতে অনেক গণ্যমান্য লোকৰ লগত চা-চিনাকি হবৰ সুবিধাও ঘটিল।

এণ্ড্ৰুৰ চাকৰিটোত মন বহিল। একেটা অফিচতে এণ্ড্ৰুৰ ভালমুৰীয়া আন দুজন পিয়নো আছিল। তিনিওজন সমান বয়সীয়া পিয়নৰ মাজত ভাল বন্ধুত্ব হৈ মিলাপ্ৰীতিৰ ভাব স্থাপিত হ'ল। পিয়ন তিনিজনৰ দিনৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য আছিল অফিচলৈ আহিয়েই অফিচঘৰৰ মজিয়া সাৰি অতাই পৰিষ্কাৰ কৰা। এণ্ড্ৰুৱে এই কামটো কোনোৰকম হেলা বা ঘৃণা নকৰি আনন্দ মনেৰে আগ্ৰহেৰে নিয়ম পালন কৰি গৈছিল। সৰু বৰ সকলো প্ৰকাৰৰ কামকে এণ্ড্ৰুৱে সদা-সৰ্ব্বদায়ে সমান চকুৰে চাইছিল। কৰ্ত্তব্য যেনেকুৱাই নহওক লাগে তাক সম্পাদন কৰাত এণ্ড্ৰুৱে কোনো কামেই কোনো অৱস্থাতে হেলা কৰি আওকান কৰি ত্যাগ কৰিবলৈ চেষ্টা নকৰিছিল।

টেলিগ্ৰাফ বিতৰণ কামত পৰিশ্ৰম আছিল যদিও যথেষ্ট টেলিগ্ৰাফ বিলি কৰাত পিয়নসকলৰ হাতত মাজে সময়ে সৰু-সুৰা উপহাৰ পুৰস্কাৰ ভেটী-ভূটা একোবিধ নহাকৈ নাছিল। ইয়াৰ ওপৰিও নিৰ্দ্দিষ্ট সীমা অতিক্ৰম কৰি টেলিগ্ৰাফ বিলি

কৰিব লগীয়া হলে পিয়নসকলক অফিচৰ পৰা দহচেণ্টকৈ ওপৰঞ্চি বেতন দিয়াৰ নিয়ম আছিল। এনেবোৰ ওপৰি লাভৰ লোভত অফিচৰ তিনিজন পিয়নৰ মাজত টেলিগ্ৰাফ বিলি কৰা বিষয়ৰ অৰিয়া-অৰি লাগিছিল। ইয়াৰ পৰিণামত তিনিওজনৰ মাজত মনোমালিন্যৰ সূত্ৰপাত হয়।

এই সৰ্ব্বনাশী ভাব দূৰ কৰি নিৰ্ম্মূল কৰিবলৈকে এণ্ড্ৰুৱে প্ৰস্তাব কৰিছিল—যি যেতিয়াই যতে টেলিগ্ৰাফ বিলি নকৰিব লাগে তাৰবাবে তেওঁৰ যি ওপৰঞ্চি লাভ হয় তাক মাহৰ শেষলৈকে ৰাখি পাচত তিনিওজনৰ ওপৰঞ্চি লাভবোৰ সমানে ভাগ কৰি বিতৰণ কৰি লোৱা হয়। প্ৰস্তাবটো অন্য দুজন পিয়নৰো মনঃপূত হ'ল। তেওঁলোকৰ মনৰ পৰা সকলো ফেৰিয়া-ফেৰি দূৰ হ'ল। তিনিওৰে মাজত পূৰ্ব্বৰ মিলা-প্ৰীতি পুনৰ প্ৰতিষ্ঠিত হ'ল।

ল'ৰাকালৰ পৰা এণ্ড্ৰুৰ লিখা-পঢ়াত ধাউতি আছিল। ঘৰৰ হীন অৱস্থাৰ বাবতহে এণ্ড্ৰুৱে অকালতে স্কুল এৰিব লগীয়া হৈছিল। টেলিগ্ৰাফ অফিচৰ চাকৰি লোৱাৰ ফলত কাকত, কলম, পেঞ্চিলৰ সম্পৰ্কত অহাত এণ্ড্ৰুৰ লিখা-পঢ়াৰ প্ৰতি থকা পূৰ্ব্বৰ ৰাপ উকদি উঠিল। ধনৰ অভাৱত ঘৰ চলোৱাই টান, কিতাপ পত্ৰৰ যোগান ধৰিবলৈ এণ্ড্ৰুৰ পিতাকে ধন পাই ক'ত? এনে অৱস্থাত তেওঁৰ মনৰ আশা মনতেই মাৰ গৈছিল।

এই কালত কৰ্ণেল জেমছ এণ্ডাৰছন নামৰ এগৰাকী

মহামুভৱ ভদ্ৰলোকে বন্থুৱা ল'ৰাইতক তেওঁৰ নিজৰ ঘৰুৱা পুথি ভড়ালৰ পৰা মাচুল নোহোৱাকৈ কিতাপ আদি নি পঢ়িবৰ স্থবিধা দান কৰিছিল। প্ৰতিটো শনিবাৰে একোখনকৈ কিতাপ এক সপ্তাহৰ কাৰণে দিয়া হৈছিল। সপ্তাহৰ অন্তত পঢ়ি শেষ কৰি ওলোটাই দিয়াৰ পাচত, দ্বিতীয় সপ্তাহৰ বাবে অন্য এখন কিতাপ নি পঢ়িবলৈ দিছিল। এণ্ড্ৰুৱে কথাটো জানিব পাৰি ইয়াৰ স্থবিধা গ্ৰহণ কৰিবলৈ মন বান্ধি ওলাল।

প্ৰতি শনিবাৰে একোখন কিতাপ আনি আজৰি সময়ত অফিচত আৰু ৰাতিৰ ৰাতিটোৱে নিজৰ ঘৰত মনপুতি আগ্ৰহেৰে প্ৰতিখন কিতাপ পঢ়িবলৈ আৰম্ভ কৰে। এখন শেষ কৰি আন অন্য এখন আনি পঢ়াৰ হেঁপাহত পৰম আগ্ৰহেৰে বাট চাই ৰৈছিল। প্ৰতিকূল অৱস্থাৰ মাজেদি দিন কাল যাপন কৰিও এণ্ড্ৰুৱে ধীৰে ধীৰে পৰিশ্ৰম কৰি নিজৰ জ্ঞান বিদ্যাৰ পৰিধি বঢ়াই যাবলৈ প্ৰাণপণে চেষ্টা কৰিবলৈ লাগিল। পৰবৰ্ত্তী জীৱনত কাৰ্ণেগীয়ে কৰ্ণেল এণ্ডাৰছনৰ প্ৰতি কৃতজ্ঞতাৰ চিন স্বৰূপে এটি স্মৃতিস্তম্ভ সজাই দিছিল। তাৰ ওপৰতে তেওঁ এইদৰে লিখাই দিয়াইছিল—

"পশ্চিম পেনছিল্‌ভেনিয়াত যি সৰ্ব্বপ্ৰথমেই ফ্ৰী লাইব্ৰেৰী প্ৰতিষ্ঠা কৰাই বন্থুৱা ল'ৰাদলক মাচুল নোহোৱাকৈয়ে তেওঁৰ নিজ লাইব্ৰেৰীৰ পৰা গ্ৰন্থাদি নি পঢ়িবলৈ স্থবিধা দান কৰিছিল, সেই কালৰে এজন নিঃকিন বন্থুৱা ল'ৰা এণ্ড্ৰু

কাৰ্ণেগীয়ে যাৰ অনুগ্ৰহতে জ্ঞান ৰাজ্যৰ সন্ধান লাভ কৰিবলৈ পাইছিল, সেই মহানুভৱ কৰ্ণেল এণ্ডাৰছনৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে সসম্মানে এই স্মৃতিস্তম্ভ সজাই দিয়া হ'ল।"

কৰ্ণেল এণ্ডাৰছনৰ লাইব্ৰেৰীৰ পৰা এণ্ড্ৰুৱে জীৱনত যি উপকাৰ লাভ কৰিছিল তাৰ পৰাই তেওঁৰ মনত এই বিশ্বাস সুদৃঢ় হৈছিল যে পাঠাগাৰ স্থাপনতকৈ মহৎ কাম জগতত অন্য একোৱেই হব নোৱাৰে। অন্য কোনো কাৰ্য্যতে ধনৰ এনে সদ্ব্যৱহাৰ হব নোৱাৰে। পৰৱৰ্ত্তী জীৱনতো এণ্ড্ৰুৰ এই মতৰ তিলমাত্ৰাও পৰিবৰ্ত্তন ঘটা নাছিল। তেওঁ জীৱনত অসংখ্য নতুন নতুন পাঠাগাৰ প্ৰতিষ্ঠা কৰাইছিল। দেশৰ হেজাৰে হেজাৰে পাঠাগাৰ কাৰ্ণেগীৰ দানৰ পৰাই পৰিপুষ্টি লাভ কৰি বৰ্ত্তি আছিল।

টেলিগ্ৰাফ অফিচত বছেৰেক কাল চাকৰি কৰাৰ ভিতৰতে এণ্ড্ৰুৱে তেওঁৰ কৰ্ম্মদক্ষতাৰ পৰিচয় দি অফিচৰ মেনেজাৰৰ বিশ্বাসভাজন হৈ উঠিল। কোনো কাৰণবশতঃ অফিচ এৰি ইফাল সিফাল কৰিব লগীয়া হলে মেনেজাৰে অফিচৰ ভাৰ এণ্ড্ৰুৰ ওপৰতে এৰি যাবলৈ ধৰা হ'ল। এণ্ড্ৰুৱেও মেনেজাৰৰ অনুপস্থিতিত সকলো কাম পৰিপাটিকৈ সুন্দৰভাৱে কৰিছিল। এণ্ড্ৰুৰ কৰ্ম্মদক্ষতালৈ লক্ষ্য ৰাখি কৰ্ত্তৃপক্ষে তেওঁৰ বেতন বৃদ্ধি কৰি সপ্তাহে ডেৰ ডলাৰ কৰিলে। পুতেকৰ বেতন বৃদ্ধি হোৱাত পিতামাতাৰ আনন্দৰ পাৰ নোহোৱা হ'ল। কিন্তু সন্তুষ্ট নহল এণ্ড্ৰু নিজে।

এণ্ড্ৰুৰ হৃদয়ত আছিল অপৰিসীম আশা আকাঙ্ক্ষা। জীৱনত মহৎ উন্নতিৰ আশা বুকুত বান্ধি লৈ এণ্ড্ৰুৱে নিজকে ধীৰে ধীৰে প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰিছিল। এণ্ড্ৰুৰ অফিচৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য আছিল অফিচঘৰৰ মজিয়া সাৰি অতাই পৰিষ্কাৰ কৰা। কেতিয়াবা কোনো কাৰণত টেলিগ্ৰাফ অপাৰেটাৰসকল অহাত পলম হলে এণ্ড্ৰুৱে হেগবুজি টেলিগ্ৰাফ যন্ত্ৰটো চলাবলৈ অভ্যাস কৰিবলৈ ধৰে। এই ভাবে নিজ বুদ্ধিৰ বলত ধীৰে ধীৰে এণ্ড্ৰু এজন সুদক্ষ অপাৰেটৰ হৈ উঠিছিল।

এদিন অফিচ খোলাৰ লগে লগে টেলিগ্ৰাফ যন্ত্ৰ বাজি উঠিল। অপাৰেটাৰসকল আহি পোৱাহিয়েই নাছিল। অফিচত মাত্ৰ এণ্ড্ৰু আছিল। তেওঁ বুজিলে সিটো মূৰৰ অফিচৰ পৰা কিবা বাতৰি দিয়াৰ সঙ্কেতধ্বনি কৰি জাননী দিছিল। বাতৰিটো জৰুৰী হব পাৰে। অপাৰেটাৰৰ আগমনলৈ বাট চাই ৰোৱাটো উচিত নহব। বাতৰিৰ গুৰুত্বৰ প্ৰতি লক্ষ্য ৰাখি এণ্ড্ৰুৱে নিজে যন্ত্ৰৰ ওচৰ চাপি আহিল। সঙ্কেতধ্বনিৰ সিটো মূৰৰ অফিচক জনালে—যদি কিছুসময় অপেক্ষা কৰিব পৰা নহয় তেন্তে ধীৰে ধীৰে স্পষ্টকৈ সংবাদটো দিয়াৰ ব্যৱস্থা কৰিলে অপাৰেটাৰৰ আগমনলৈ বাট নোচোৱাকৈ মঞ্জেই সংবাদটো গ্ৰহণ কৰি ৰাখিব পাৰো। সিমূৰৰপৰা ধীৰে ধীৰে সংবাদ আহিবলৈ ধৰিলে, এণ্ড্ৰুৱে কাণপাতি মনোযোগেৰে সংবাদ গ্ৰহণ কৰি ৰাখিলে।

যথাসময়ত অফিচৰ মেনেজাৰ আহি এণ্ড্ৰুৰ মুখে ঘটনাটো শুনিলেহি। মেনেজাৰে এণ্ড্ৰুক তিৰস্কাৰ নিন্দা নকৰি প্ৰশংসা কৰিলে আৰু ভবিষ্যতে এনে অৱস্থাৰ সৃষ্টি হলে কি ভাবে ধীৰে সাৱধানে বুজি-বাজি অৱস্থালৈ লক্ষ্য ৰাখি কৰ্ত্তব্য সম্পাদন কৰিব লাগে তাৰ বিষয়ে উপদেশ দিলে।

এতিয়াৰ পৰা এণ্ড্ৰুৱে টেলিগ্ৰাফ যন্ত্ৰ ব্যৱহাৰ কৰি টেলিগ্ৰাফ পঠোৱাৰ দায়িত্ব পালে। অফিচৰ অপাৰেটৰ কেইজনৰ ভিতৰত এজন বয়সীয়া লোকো আছিল। তেওঁ কাম-কাজত প্ৰায়ে ভুল কৰিছিল। এণ্ড্ৰুৱে সততে এই গৰাকী অপাৰেটৰৰ হৈ কামবোৰ কৰিব লগাত পৰিছিল। এণ্ড্ৰুৱে নিজ কৰ্ত্তব্য সুসম্পন্ন কৰিও সময় উলিয়াই সহকৰ্ম্মী-সকলক আৱশ্যক বুজি সাহায্য কৰাৰ সুবিধা লৈছিল।

এই সময়তে ওচৰৰ অন্য এটা অফিচত দুসপ্তাহৰ বাবে এজন অপাৰেটৰৰ কাম খালি পৰিল। পিট্‌ছবাৰ্গৰ পৰা এণ্ড্ৰুক এই কামটোৰ বাবে মনোনীত কৰি দিয়া হ'ল। এণ্ড্ৰুৱে সৰ্ব্বপ্ৰথম চাকৰি পালে ইয়াতে। দুসপ্তাহ কাল সুখগতিৰে নিয়াৰিকৈ নিজ দায়িত্ব পালন কৰি এণ্ড্ৰু পিট্‌ছবাৰ্গলৈ উলটিল। এণ্ড্ৰুৱে আৰু পিয়ন কামত ৰব লগা নহল। অফিচত এজন সহকাৰী অপাৰেটৰৰ পদ সৃষ্টি হল। এণ্ড্ৰুকে উক্ত পদত নিযুক্ত কৰি লোৱা হল। তেওঁৰ বয়স তেতিয়া আছিল মাত্ৰ সোতৰ বছৰ।

অলপ দিনৰ ভিতৰতে এণ্ড্ৰুৱে নতুন চাকৰিত অসাধাৰণ

কৃতিত্বৰ পৰিচয় দিলে। লগে লগে তেওঁ পঢ়াশুনাত মনোযোগ দিবলৈ আৰম্ভ কৰিলে। জ্ঞান চৰ্চ্চাৰ সুবিধাৰ উদ্দেশ্যকে আগত ৰাখি এণ্ড্ৰুৱে সেইকালৰ সুবিখ্যাত ৱেবষ্টাৰ সমিতিত সভ্য হিচাপে যোগদান কৰিলেহি। সেই কালত ৱেবষ্টাৰ সমিতিৰ দেশজোৰা খ্যাতি আছিল। সমিতিৰ অধিবেশনত নানা বিষয়ৰ তৰ্কৰ অৱতাৰণা কৰা হৈছিল। সমিতিৰ সভ্য স্বৰূপে এণ্ড্ৰুৱেও তৰ্ক-সভাত অংশ গ্ৰহণ কৰিবলৈ গ্ৰন্থাদি পঢ়ি সাজু হৈ আহিব লগা হয়।

এণ্ড্ৰুৱে এইভাবে নানা গ্ৰন্থ সংগ্ৰহ কৰি অধ্যয়ন কৰিব লগা হোৱাৰ ফলত তেওঁৰ জ্ঞানৰ পৰিধি ক্ৰমশঃ বাঢ়ি যাবলৈ ধৰে। এণ্ড্ৰুৱে বক্তৃতা শক্তিৰ উৎকৰ্ষ সাধনত মনোযোগী হল। এই সম্বন্ধে এণ্ড্ৰুৱে পৰবৰ্ত্তী জীৱনত তেওঁৰ আত্ম-জীৱন চৰিতত লিখিছিল যে বক্তৃতা কৰোঁতে শ্ৰোতাসকলৰ সন্মুখত আত্ম-বিশ্বাস আৰু আত্মসংযম অক্ষুণ্ণ ৰাখি অবাধে যে অনৰ্গল বক্তৃতা কৰি যাব পাৰিছিল, এই শক্তি সেই ৱেবষ্টাৰ সমিতিৰ সভ্য স্বৰূপে এই কালতে লাভ কৰিছিল।

ছসপ্তাহ কাল বাহিৰা অফিচত চাকৰি কৰি পিট্ছবাৰ্গলৈ উলটি অহাৰ কেইদিন মানৰ পাচতে পেনছিল্ভেনিয়া ৰেল কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট স্কটৰ লগত এণ্ড্ৰুৰ পৰিচয় ঘটে। টেলিগ্ৰাম আদান প্ৰদান বিষয়ত অফিচলৈ অহা-যোৱা কৰাত স্কটৰ চকু এণ্ড্ৰুৰ ওপৰত পৰে, তেওঁৰ আচাৰ, ব্যৱহাৰ, বুদ্ধি-বিদ্যাত স্কট মুগ্ধ হয়। এই ঘটনাৰ কেইদিনমানৰ পাচতে

স্কটে মাহে ত্ৰিশ ডলাৰ বেতনত এণ্ড্ৰুক তেওঁৰ চেক্ৰেটাৰী আৰু টেলিগ্ৰাফ অপাৰেটৰ নিযুক্ত কৰি ললে।

এতিয়াৰে পৰা এণ্ড্ৰুৰ জীৱনত সৌভাগ্যৰ সূত্ৰপাত হয়। জীৱনত কেতিয়া সুযোগ উপস্থিত হয়হি তাক সহজে কব নোৱাৰি। কিন্তু সচৰাচৰ দেখা যায় জীৱনত উন্নতি কৰাৰ উচ্চ আকাঙ্ক্ষা যি অন্তৰত পোষণ কৰে তেওঁ শত সহস্ৰ প্ৰতিকূল অৱস্থাৰ মাজেদি জীৱনযাত্ৰা আৰম্ভ কৰিব লগা হলেও এদিন নহয় এদিন তেওঁৰ আগত সুযোগ আহি উপস্থিত হবহিয়েই। তেতিয়া তেওঁ হেলা নকৰি সুযোগৰ সদ্ব্যৱহাৰ কৰিব পাৰিলেই ভাগ্যলক্ষ্মীয়ে অজস্ৰধাৰাই তেওঁক কৰুণা দান কৰি জীৱনত জয়যুক্ত কৰি তোলে।

এণ্ড্ৰুৰ চৰিত্ৰৰ এই বৈশিষ্ট্য স্কটৰ চকুত ধৰা নপৰাকৈ নৰল। সেয়েহে কব পাৰি স্কটৰ লগত এণ্ড্ৰুৰ এই সম্বন্ধ স্থাপন তেওঁৰ নিমিত্তে মণি-কাঞ্চন সংযোগৰ দৰেই হৈছিল।

## চাবি

ওঠৰ বছৰ বয়সতে এণ্ডৰে ৰেল কোম্পানীৰ চাকৰিত যোগ দিলেহি। জীৱনত উন্নতি কৰি ডাঙৰ হোৱা আশা আকাঙ্ক্ষাত তেওঁৰ মন ভৰপূৰ। বিপুল উলাহ-উৎসাহেৰে এণ্ডৰে নতুন চাকৰিত যোগদান কৰিলেহি। আৰম্ভনিতেই এটা অভাবনীয় ঘটনাই তেওঁৰ উন্নতিৰ পথত বিধি-পথালি দিয়াৰ উপক্ৰম হল। সেই কালত পিটছ্‌বাৰ্গ অফিচত কৰ্ম্মচাৰী সমূহৰ বেতনৰ যোগান ধৰা হৈছিল আলতুনা অফিচৰ পৰা। একোজন কৰ্ম্মচাৰীয়ে সময়মতে আলতুনালৈ আহি ধন-বিত নি পিটছ্‌বাৰ্গত কৰ্ম্মচাৰীসকলৰ মাজত বিতৰণ কৰি দিছিলগৈ। এবাৰ এই বেতনৰ ধন আনিবলৈ পিটছ্‌বাৰ্গৰ পৰা তৰুণ কৰ্ম্মচাৰী এণ্ডুৰুক পঠোৱা হল।

এণ্ড আহি যথাসময়ত আলতুনাত উপস্থিত হৈ বেতনৰ টকা-পইচা হিচাপ-পত্ৰ সকলো বুজি-বাজি গ্ৰহণ কৰি এটা টোপোলা বান্ধি লৈ চোলাৰ জেপত ভৰাই লৈ পিটছ্‌বাৰ্গলৈ উলটিবলৈ ৰেলত সাজু হল। ৰেল আহি পালেহি। এণ্ডুৰে বাটৰ শোভা চাই যোৱাৰ লোভ সামৰিব নোৱাৰি ৰেলগাড়ীত বহিবলৈ নগৈ ইঞ্জিনৰ বাহিৰৰ ফুটবোৰ্ডত থিয় দি যাবলৈ ওলাল।

ল'বাৰ ল'ৰা মন, সকলো পাহৰি নতুন ঠাইৰ শোভা

সৌন্দৰ্য্য চাই এণ্ড পিটছ্বাৰ্গলৈ ওলোটা যাত্ৰা কৰিলে সেইকালত ৰেলৰ বাটবোৰ আজিকালিৰ দৰে সমান, নিমজ নাছিল। এনে খহটা বাটৰ ওপৰেদি ৰেল চলি যাওঁতে গাড়ীৰ ভিতৰে বাহিৰে প্ৰবল জোকাৰণি অনুভৱ কৰিব লগীয়া হৈছিল। এনেভাবে এণ্ড্ৰু কিছুদূৰ আগবাঢ়ি আহি এবাৰ মনত পৰাত জেপত হাত দি চাই দেখে জেপত ধনৰ টোপোলাটো নাই। এণ্ড্ৰুৰ চুলিৰ আগেদি জীৱ যোৱাৰ দৰে হ'ল। টোপোলা কৰবাত কেনেবাকৈ জোকাৰণিৰ প্ৰকোপত পৰি গল! এটা অফিচৰ অতবোৰ কৰ্ম্মচাৰীৰ বেতনৰ ধন! অতবোৰ ধনৰ ধাৰ এণ্ড্ৰুৱে দহবছৰ কালেও পৰিশোধ কৰিব নোৱাৰিব। কেনেকৈনো হাতত হেৰাবলৈ এৰি দিব পৰা হয়! কোম্পানীৰ অত ধন হেলাতে নষ্ট হবলৈ হলে জীৱনৰ সকলো আশা ভৰসাতে জলাঞ্জলি দি কোম্পানীৰ চাকৰিৰ জীৱনৰ সামৰণি পেলাব লাগিব।

ধন হানিৰ ভয়াবহ পৰিণামলৈ লক্ষ্য ৰাখি মৰণত শৰণ দি টোপোলাটো বিচাৰি চাবলৈ বুলি ৰেলখন কিছুদূৰ পিচুৱাই নি চাবলৈ প্ৰস্তাব কৰিলে। এণ্ড্ৰুৰ কাতৰ অনুৰোধত ৰেল পাচুৱাই নিয়া হল। গভীৰ মনোযোগে তীক্ষ্ণ দৃষ্টিৰে একানপতীয়াকৈ এণ্ড্ৰুৱে বাটৰ দাঁতিয়ে দাঁতিয়ে চাই যাবলৈ লাগিল। কিছুদূৰ আহি এখন নদীৰ দলঙৰ তলত পানীযুৱলিত ধনৰ টোপোলাটো পৰি থকা তেওঁৰ চকুত পৰিল। লৰালৰিকৈ নামি আহি টোপোলাটি বুটলি জেপত

ভৰাই লৈ খামোচমাৰি পুনৰ বেলত উঠি এণ্ড্ৰু পিটছ্-বাৰ্গমুৱা হল।

পিটছ্বাৰ্গ পাই পোণছাটেই স্কটৰ হাতত টোপোলাটি সোধাইহে এণ্ড্ৰু নিশ্চিন্ত হল। নিজৰ নিৰ্দ্দিষ্ট কৰ্ত্তব্যকে লৈ এণ্ড্ৰু পৰাপক্ষত সন্তুষ্ট নহৈছিল। অন্য সহযোগী কৰ্ম্মচাৰী-সকলক ছেগবুজি সহায় কৰি তেওঁ অপাৰ আনন্দ লাভ কৰিছিল। স্কটৰ অনুপস্থিতিত এণ্ড্ৰুৱে স্কটৰ হৈ নানা দায়িত্ব-পূৰ্ণ কৰ্ত্তব্য সম্পাদন কৰি স্কটক সহায় কৰিছিল। ৰেলগাড়ী, যাতায়তৰ পৰিচালনা কৰা, টেলিগ্ৰাফযোগে বিভিন্ন কেন্দ্ৰ-স্থলৰ পৰা নানা গুৰুত্বপূৰ্ণ বাতৰি আদান-প্ৰদান আদিৰ দৰে বিশেষ দায়িত্বপূৰ্ণ কামবোৰো এণ্ড ৱে নিজ দায়িত্বতে স্বাধীন-ভাৱে কৰি গৈছিল। এনেবোৰ কামকো নিয়াৰিকৈ সুসম্পন্ন কৰি বৰমুৰীয়া কৰ্ম্মচাৰীজনক সকাহ দিয়াত স্বাভাবিকতে তেওঁৰ বৰমুৰীয়া বিষয়া স্কট এণ্ড্ৰুৰ প্ৰতি কৃতজ্ঞ হৈছিল।

স্কটে এণ্ড্ৰুৰ কৰ্ত্তব্য জ্ঞানৰ যতে ততে প্ৰশংসা কৰিছিল। এইৰূপে স্কটে তেওঁৰ বন্ধু-বান্ধৱৰ আগত গল্প কৰি এণ্ড্ৰুৰ প্ৰশংসা সুখ্যাতি কৰিছিল। এণ্ড্ৰুৰ কৰ্ত্তব্যবোধত পৰম সন্তুষ্ট হৈ স্কটে তেওঁৰ অনুপস্থিতিত সকলো দায়িত্ব পৰিচালনা কৰিবলৈ এণ্ডক ক্ষমতা দান কৰিলে। তেওঁৰ বেতন বৃদ্ধি হৈ চল্লিশ ডলাৰ হলহি।

অতকালে এণ্ড্ৰুৰ পৰিয়ালটি ভাড়াটীয়া ঘৰতে বাস কৰি আছিল। এণ্ড্ৰুৰ পদোন্নতিৰ লগে লগে অৱস্থাৰ কিছু

পৰিবৰ্ত্তন হোৱাত পিতাক উইলিয়মে নিজাকৈ এটা ঘৰ কৰি লোৱাৰ কথাটো আলচিলে। ৭০০ ডলাৰ মূল্যত ঘৰে মাটিয়ে কিনাৰ আয়োজন কৰিলে। আগতীয়াকৈ ১০০ ডলাৰ আদায় কৰি বাকী অংশ কিস্তিবন্দি হিচাপে আদায় কৰাৰ চুক্তি কৰিলে।

পৰিয়ালটোৰ মূৰ গুজিবলৈ, নিজৰ বুলিবলৈ এটা ঘৰ হল। পৰিয়ালৰ সকলোৰে মনত আনন্দৰ পাৰ নোহোৱা হল। আনন্দৰ ঢৌ মাৰ যাবলৈ নৌপাওঁতেই বিপদৰ ক'লা ডাৱৰে দেখা দিলেহি। এণ্ড্ৰুৰ পিতাক উইলিয়ম কাৰ্ণেগী হঠাৎ ১৮৫৫ খৃষ্টাব্দৰ অক্টোবৰ মাহত মৃত্যুৰ মুখত পৰি সিফলীয়া হল। পিতাকৰ মৃত্যুৰ পাচত পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ পৰিল এণ্ড্ৰুৰ ওপৰত। শোকে বেজাৰে মাক জুৰুলা হল; কিন্তু পুতেক ছুটিৰ মুখলৈ চাই বিপদকো বিপদ নুবুলি ধৈৰ্য্য ধাৰণ কৰি বুকু ডাঠ কৰি ঘৰখন চলাই যাবলৈ লাগিল।

এই ঘটনাৰ বছৰেক মানৰ পাচতে স্কট জেনেৰেল ছুপাৰিণ্টেণ্ডেণ্টৰ পদ লাভ কৰি আলতুনালৈ উঠি যাব লগা হয়। তেওঁ এণ্ড্ৰুকো লগতে নিয়াৰ ব্যৱস্থা কৰিলে। এণ্ড্ৰু আহি আলতুনাত কাৰ্য্য-ভাৰ গ্ৰহণ কৰাৰ পাচতে মাকো আহি আলতুনাতে পুতেকৰ লগ ললেহি। এণ্ড্ৰুৰ ঘৰৰ অৱস্থা ধীৰে ধীৰে স্বচ্ছল হৈ আহিবলৈ ধৰিলে। মাকৰ সুখ-সন্তোষৰ বাবেনো এণ্ড্ৰুৱে কি ব্যৱস্থা কৰিব—তাৰ চিন্তাতে

তেওঁ ব্যস্ত হৈ পৰিল। এদিন তেওঁ মাকক কলে, "আই, আপুনি মোৰ আৰু টমৰ আলপৈচান ধৰি সেৱা পৰিশ্ৰম কৰিয়েই জীৱন পাত কৰিলে। এতিয়া আহৰি পাইছে, কিছু জিৰণি লওক। চাকৰ চাকৰণী ৰাখিও ঘৰখন চলাব পাৰে দেখোন। এজনী চাকৰণীকে নিযুক্ত কৰি লওক। আপুনি জুৰণি লৈ বিশ্ৰাম কৰক। ওচৰ-চুবুৰীয়াৰ লগত চা-চিনাকি হৈ বন্ধুত্ব পাতক। ঘৰৰ চিন্তা পৰিত্যাগ কৰি মনত শান্তি দান কৰক। চাকৰণী এজনী ৰখাত অমত নহব।" পুতেকৰ কাতৰ অনুৰোধত মাকে চাকৰণী এজনী ৰখাত মত দিলে।

ইয়াৰ কিছুদিনৰ পাছত ৰেল কোম্পানীৰ ভাইচ প্ৰেচিডেণ্টৰ পদ লাভ কৰি স্কট ফিলাদেলফিয়ালৈ যাব লগা হ'ল। বহুত সাধ্য-সাধনা কৰি স্কটে এণ্ড্ৰুক পেনছিল্‌ভেনিয়া বিভাগৰ ছুপাৰিণ্টেণ্ডেণ্ট পদতে নিযুক্ত কৰালে। এণ্ড্ৰুৰ বেতন বৃদ্ধি হ'ল ১২৫ ডলাৰলৈ।

পদোন্নতি আৰু বেতনৰ বৃদ্ধি দুয়োটাই একেলগে হোৱাত এণ্ড্ৰুৰ হৃদয় আনন্দত নাচি উঠিল। নতুন পদ গ্ৰহণ কৰি এণ্ড্ৰু আহি ওলালহি নিজঘৰ পিট্‌ছবাৰ্গতে কাৰ্য্যভাৰ গ্ৰহণ কৰি ভায়েক টমক নিজৰ অফিচৰ চেক্ৰেটাৰী নিযুক্ত কৰি ললে। দিনে ৰাতিয়ে কঠোৰ পৰিশ্ৰম কৰি এণ্ড্ৰুৱে কৰ্ত্তব্য সাধন কৰি যাবলগীয়া হলহি।

তেওঁৰ অধীনৰ কোনো অঞ্চলত মাজে সময়ে ৰেলবাট

ভাগিছিগি ৰেল চলাচল প্ৰায় বহুত দিনলৈ বন্ধ হৈ পৰিছিল।

ছুপাৰিণ্টেণ্ডেণ্টে নিজে তেনেবোৰ অঞ্চললৈ গৈ ৰেলপথ মুকলি কৰি ৰেল চলোৱাৰ ব্যৱস্থা কৰিব লগাত পৰিছিল। এণ্ড্ৰুৱে কোনো কালেই পৰিশ্ৰমলৈ ভয় কৰা নাছিল। পৰিশ্ৰম কৰি তেওঁ আনন্দহে পাইছিল। দিনে ৰাতিয়ে সমানে পৰিশ্ৰম কৰি তেওঁৰ ভাগৰ নালাগিছিল। কামৰ মাজতে ক্ষন্তেক জুৰাই ভাগৰ পলুৱা তেওঁৰ এটা অদ্ভূত গুণ আছিল। কামৰ মাজতে ছেগবুজি যেতিয়াই ইচ্ছা একোবাৰকৈ শুই জুৰাই লব পাৰিছিল। শত কামৰ মাজতো এণ্ড্ৰুৱে আনন্দ, উৎসৱ, পৰ্ব্বাদি যথাৰীতি পালন উপভোগ কৰিবলৈ সময় পাইছিল।

সামাজিক জীৱনৰ ৰীতি-নীতি ৰক্ষা কৰি এণ্ড্ৰুৱে দহৰ লগত দেখা সাক্ষাৎ কৰি মিলা-প্ৰীতিৰ বান্ধন সুদৃঢ় কৰি ৰাখিছিল। পৰম আগ্ৰহ উৎসাহেৰে নিজ কৰ্ত্তব্য সম্পাদন কৰি আৱশ্যকীয় জিৰণি বিশ্ৰাম উপভোগ কৰি মানুহৰ দৰে যথাৰীতি এণ্ড্ৰুৱে তেওঁৰ কৰ্ম্মময় জীৱনৰ কাল অতিবাহিত কৰি জীৱনপথত আগবাঢ়ি যাবলৈ লাগিল।

১৮৬১ খৃষ্টাব্দত যুক্তৰাষ্ট্ৰত এক অন্তঃবিপ্লবৰ সূচনা হয়। স্কট যুদ্ধ বিভাগৰ সহকাৰী সচিব নিযুক্ত হৈ ৱাছিংটনলৈ গল। স্কটে যাত্ৰা কৰি ৰাজধানীত নতুন পদৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিলেগৈ। ৰেলেৰে সৈন্যবাহিনী চলাচল কৰাৰ দায়িত্ব

পৰিল সহকাৰী সচিব স্কটৰ ওপৰত। স্কটে কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই বিশ্বাসী অনুগত সহযোগী এণ্ড্ৰুক এটা গুৰুত্বপূৰ্ণ বিভাগৰ ভাৰ দি নিজৰে সহকাৰী বিষয়া নিযুক্ত কৰি ওচৰ চপাই ললে। স্কটৰ লগতে এণ্ড্ৰুৱে দেশৰ বিভিন্ন অঞ্চলত ভ্ৰমণ কৰি সৈন্যবাহিনী চলাচলৰ সুচল লগাই ফুৰিবলৈ পালে। যি কামকে এণ্ড্ৰুক কৰিবলৈ দিয়া হৈছিল তাক তেওঁ সুচাৰুৰূপে পৰিপাটিকৈ শৃঙ্খলা লগাই নিজ কৰ্ত্তব্যজ্ঞানৰ পৰিচয় দিছিল। এগৰাকী সুদক্ষ পৰিশ্ৰমী কৰ্ত্তব্যপৰায়ণ কৰ্ম্মচাৰী হিচাপে এণ্ড্ৰুৰ খ্যাতি দেশৰ চাৰিওফালে ফুটি ফাটি পৰিল।

এণ্ড্ৰুৱে পিট্‌ছবাৰ্গ এৰি আহিব লগীয়া হোৱাত পিট্‌ছবাৰ্গৰ ৰেল কোম্পানীৰ কাৰ্য্যালয়ত নানান বেমেজালি বিশৃঙ্খলাই দেখা দিবলৈ ধৰিলে। কোম্পানীৰ বিস্তৰ হানি ক্ষতি হবৰ উপক্ৰম হোৱাত এণ্ড্ৰুক পুনৰ পিট্‌ছবাৰ্গলৈকে পঠোৱাৰ ব্যৱস্থা কৰা হল। তেওঁ আহি পিট্‌ছবাৰ্গ পালেহি। কাৰ্য্যভাৰ গ্ৰহণ কৰি কৰ্ত্তব্যত হাত দিয়াৰ অলপ দিনৰ পাচতে এণ্ড্ৰু সাঙ্ঘাতিকভাবে অসুস্থ হৈ পৰিল। কিছুদিনৰ বাবে অৱসৰ গ্ৰহণ কৰি স্বাস্থ্য লাভৰ আশাত নিজ জন্মভূমি ডানফাৰ্ম্মিলন-লৈকে সমুদ্ৰ যাত্ৰা কৰি যাবলৈ মন কৰিলে। মাকো এণ্ড্ৰুৰ লগত যাবলৈ ওলাল। অতকালৰ মূৰত জন্মভূমিলৈ উলটি আহিবলৈ পোৱাত এণ্ড্ৰুৰ হৃদয়ত আনন্দৰ ঢৌৰ হেন্দোলনি উঠিল।

ডানফাৰ্ম্মিলেনে যেন সহস্ৰ বাহুৰে এণ্ড্ৰুক আঁকোৱালি সাৱটি ধৰিবলৈ আগবাঢ়িহে আছিল। বহুত কালৰ অন্তত বন্ধু বান্ধৱ, আত্মীয় স্বজনৰ লগত দেখা সাক্ষাৎ হল। এণ্ড্ৰুৰ নৰিয়া শৰীৰতো আনন্দৰ ঢল উঠিল। আনন্দৰ মাজতো তেওঁৰ শাৰীৰিক অৱস্থাৰ পৰিবৰ্ত্তন নঘটিল। কেইদিন মানৰ ভিতৰতে এণ্ড্ৰুৰ অৱস্থা বেয়াৰ ফাললৈ ঢাল গৈ বিশেষ উদ্বেগ-জনক হৈ পৰিল। বিজ্ঞ চিকিৎসকৰ পৰামৰ্শ লৈ ব্যৱস্থাদি কৰোৱা হল। কিন্তু এণ্ড্ৰুৰ অৱস্থাৰ পৰিবৰ্ত্তন নঘটিল। তেওঁ সম্পূৰ্ণ শয্যাগত হৈ পৰিল। অৱশেষত সমুদ্ৰ ভ্ৰমণত উপকাৰ হব পাৰে বুলি চিকিৎসকে পৰামৰ্শ দিলে। এই উপদেশকে সাৰোগত কৰি পুনৰ সমুদ্ৰ যাত্ৰা কৰি পিট্‌ছবাৰ্গ অভিমুখে আমেৰিকালৈয়ে উলটি যোৱাৰ দিহা কৰি জাহাজেদি আমেৰিকাৰ উপকূললৈকে যাত্ৰা কৰি ওলাল। জাহাজ আহি আমেৰিকাৰ উপকূল চপাৰ পূৰ্ব্বেই এণ্ড্ৰু সম্পূৰ্ণ আৰোগ্য লাভ কৰি সুস্থ হৈ উঠিল। সুস্থ শৰীৰে তেওঁ আহি নিজ কৰ্ম্মক্ষেত্ৰ পিট্‌ছবাৰ্গত উপস্থিত হলহি।

# পাচ

চাকৰিত যিমানেইকি উন্নতি নকৰিব লাগে আজীৱন চাকৰি কৰাই এণ্ড্ৰুৰ জীৱনৰ চৰম লক্ষ্য নাছিল। স্বাধীন-ভাৱে বেপাৰ বাণিজ্য কৰি ধন ঘটি দেশ আৰু দহৰ মঙ্গল সাধন কৰাই এণ্ড্ৰুৰ জীৱনৰ ব্ৰত আছিল। এই সুমহান ব্ৰতকে বুকুত বান্ধি লৈ তেওঁ উপযুক্ত সুযোগৰ আশাত বাট চাই ৰল। দেশত বিপ্লৱ। লোহাৰ দৰ দোপত দোপে চৰি যাবলৈ লাগিছিল। উচিত মূল্য দিলেও দেশত ভাল বস্তু নোপোৱাত পৰিলহি। ৰাজ্য জুৰি লোৰ বৰ অভাৱ। ৰেল কোম্পানীবোৰৰ অৱস্থা দিনক দিনে সঙ্কটাপন্ন হৈ আহিবলৈ ধৰিলে।

কাৰ্ণেগীয়ে তেওঁৰ প্ৰখৰ ব্যৱসায় বুদ্ধি আৰু তীক্ষ্ণ দূৰদৃষ্টিৰ বলত এই অৱস্থা উপলব্ধি কৰিব পাৰিলে। এই ছেগতে ৰেল তৈয়াৰ কৰিবলৈ ব্যৱসায়ত হাত দিব পাৰিলে, অচিৰে কিছু ধন উপাৰ্জ্জন কৰিব পৰা হয়। ইয়াকে স্থিৰ কৰি ১৮৬৪ খৃষ্টাব্দত পিট্ছবাৰ্গত ৰেল তৈয়াৰীৰ কাৰখানা এটা স্থাপন কৰি ৰেল তৈয়াৰী ব্যৱসায় আৰম্ভ কৰিলে। ৰেল আৰু ৰেলগাড়ীৰ অভাব পূৰণ হৈ আহিবলৈ ধৰাত কাৰ্ণেগীয়ে অন্য এগৰাকী অংশীদাৰ লগত লৈ যুটীয়াভাবে ১৮৬৬ খৃষ্টাব্দত 'পিট্ছবাৰ্গ লক'মোটিভ ওৱাৰ্কছ' নাম দি অন্য এটা কাৰখানা

প্ৰতিষ্ঠা কৰাই ব্যৱসায় বৃদ্ধি কৰিলে। অলপ কালৰ ভিতৰতে কাৰ্ণেগীৰ কাৰখানাৰ পৰা ওলাই অহা ৰেলগাড়ী-বোৰৰ নাম দেশত বৈ বৈ গল, কোম্পানীৰ উন্নতি হবলৈ ধৰিলে। কোম্পানীৰ এশ ডলাৰ মূল্যৰ অংশ একোটাৰ বজাৰ মূল্য হৈ উঠিল তিনি হেজাৰ ডলাৰ।

কোম্পানীৰ অপূৰ্ব্ব সাফল্য আৰু জনপ্ৰিয়তাৰ মূলতে হল কোম্পানীৰ গুৰি ধৰোঁতা এণ্ড্ৰু কাৰ্ণেগীৰ নিষ্ঠা, সততা, আৰু অদ্ভুত কৰ্ম্মশক্তি। কাৰ্ণেগীৰ ব্যৱসায়ৰ মূলমন্ত্ৰ আছিল কোম্পানীৰ কাৰখানাৰ পৰা একমাত্ৰ প্ৰথম শ্ৰেণীৰ উৎকৃষ্ট সামগ্ৰীহে সৰবৰাহ কৰা হব। কাৰ্ণেগীয়ে আজীৱন এই সঙ্কল্পৰ মৰ্য্যাদা ৰক্ষা কৰি চলি আহিছিল।

সেই কালত ৰেলবাটৰ বেছিভাগ দলং কাঠৰ আছিল। এবাৰ পেন্‌ছিল্‌ভেনিয়া ৰেল কোম্পানীৰ ৰেলবাটৰ দলং এখন ভাগি পৰাত ৰেল চলাচল প্ৰায়ে দহ দিনলৈ বন্ধ হৈ থকাত কোম্পানীৰ অশেষ ক্ষতি হয়। এনেবোৰ আপদ বিপদলৈ লক্ষ্য ৰাখি কাৰ্ণেগীয়ে সৰ্ব্বপ্ৰথমে লোহাৰ দলং নিৰ্ম্মাণ কৰাৰ কথাটো আলচে আৰু এখন আঁচনিও যুগুত কৰিলে। ১৮৬৩ খৃষ্টাব্দত চাৰিজনমান অংশীদাৰ লৈ কাৰ্ণেগীয়ে এই উদ্দেশ্যক লৈ 'কিষ্টন ব্ৰীজ কোম্পানী' নাম দি এটা ব্যৱসায় প্ৰতিষ্ঠান গঠন কৰি লোহাৰ দলং নিৰ্ম্মাণ কাৰ্য্যত হাত দিলে। কাৰ্ণেগীৰ কৰ্ম্মক্ষেত্ৰৰ চাৰি সীমা বাঢ়ি যাবলৈ ধৰিলে।

দেখোঁতে দেখোঁতেই ৰেলবাটৰ দলং নিৰ্ম্মাণ কাৰ্য্যত

কিষ্টন ব্ৰীজ কোম্পানীৰ নাম দেশৰ চাৰিওফালে প্ৰচাৰিত হৈ পৰিল। কিষ্টন ব্ৰীজ কোম্পানীয়ে সজা দলংবোৰ এনেহে উৎকৃষ্ট হৈছিল যে এনে দলংৰ ভালেমান আজিলৈকে টিকি আছে। কাৰ্ণেগীয়ে তেওঁৰ আত্ম-জীৱনীত লিখিছিল যে কোম্পানীয়ে সকলো অৱস্থাতে অতি উৎকৃষ্ট বস্তু ব্যৱহাৰ কৰিহে দলংবোৰ নিৰ্ম্মাণ কৰাইছিল। কোম্পানীয়ে সকলো সময়তে সতৰ্ক দৃষ্টি ৰাখিছিল যাতে নিকৃষ্ট অকামিলা বস্তু ব্যৱহাৰ কৰি কোম্পানীৰ অপযশ হবলৈ দিয়া নহয়।

এনে উচ্চ আদৰ্শকে আগত ৰাখি কিষ্টন ব্ৰীজ কোম্পানীয়ে কাৰ্য্য চলাই দেশত অসাধাৰণ সাফল্য অৰ্জ্জন কৰি উন্নতিৰ পথত আগুৱাই যাবলৈ ধৰে। এই কোম্পানীৰ প্ৰতিযোগী হৈ ব্যৱসায় ক্ষেত্ৰত নমা কোম্পানীবোৰ প্ৰতিযোগীতাত কিষ্টন ব্ৰীজ কোম্পানীৰ লগত ফেৰ মাৰিব নোৱাৰি এটি এটিকৈ ব্যৱসায় ক্ষেত্ৰৰ পৰা বিদায় হৈ পৰে। কিন্তু কিষ্টন ব্ৰীজ কোম্পানীয়ে সকলো বাধা-বিঘিনি অতিক্ৰম কৰি বহু-দিনলৈকে ব্যৱসায় অটুট ৰাখি টিকি ৰল। কিষ্টন ব্ৰীজ কোম্পানীৰ অপূৰ্ব্ব সাফল্যৰ গুৰিতে আছিল কাৰ্ণেগীৰ সুদক্ষ পৰিচালনা আৰু তেওঁৰ কৃতিত্ব আৰু অপূৰ্ব্ব প্ৰেৰণা।

সকলোবোৰ ডাঙৰ ডাঙৰ নিৰ্ম্মাণ কাৰ্য্যৰ বিষয়ৰ কথা-বতৰা কোম্পানীৰ পক্ষে কাৰ্ণেগীয়েই চলাইছিল। অন্যপক্ষৰ মনোভাব বুজি উঠি নিজ মতবাদ যুক্তি-তথ্যৰে প্ৰকাশ কৰি বিৰুদ্ধ মত নিপুণ ভাবে খণ্ডন কৰি নিজ মত প্ৰতিষ্ঠা কৰিব

পৰা কাৰ্ণেগীৰ অসাধাৰণ দক্ষতা আছিল। ১৮৮৮ খৃষ্টাব্দত প্ৰখ্যাত মিচিচিপি নদীৰ ওপৰত কিওকাকৰ ওচৰত ২০০০ ফুট দীঘল এখন বিৰাট দলং বন্ধাৰ প্ৰস্তাব কৰে। কোম্পানীৰ পক্ষৰ পৰা কাৰ্ণেগীয়ে কৰ্তৃপক্ষৰ লগত দেখা সাক্ষাৎ কৰিবলৈ যাব লগা হল।

কাৰ্ণেগীয়ে যথাস্থানত উপস্থিত হৈ বুজিলে যে চিকাগোৰ অন্য এটা কোম্পানীয়ে তেওঁৰ কোম্পানীতকৈ বহুত কম দৰতে দলং নিৰ্ম্মাণ কৰি দিবলৈ ওলাইছে। কাৰ্ণেগীয়ে কথা শুনিয়েই অবাক হৈ পৰিল, কিন্তু দমি বহি পৰাৰ পাত্ৰ কাৰ্ণেগী নাছিল। যুক্তি-তৰ্ক অবতাৰণা কৰি কাৰ্ণেগীয়ে কৰ্তৃপক্ষক সুন্দৰ ভাবে বুজাই দিলে যে কিছু অধিক ধন খৰচ কৰি উৎকৃষ্ট উপাদানেৰে দলং নিৰ্ম্মাণ কৰালে, কামটো যুগমীয়া হব আৰু কোম্পানীৰ কৰ্তৃপক্ষও বহুকাললৈকে নিশ্চিন্ত হব পাৰিব। কাৰ্ণেগীৰ মন্তব্যৰ সাৰমৰ্ম্ম উপলব্ধি কৰি অৱশেষত বেছি ধন খৰচ কৰি কিষ্টন ব্ৰীজ কোম্পানীকে এই বিৰাট দলং নিৰ্ম্মাণৰ ঠিকাটো দিবলৈ ঠিক কৰিলে।

কিষ্টন ব্ৰীজ কোম্পানীয়ে দোপত দোপে উন্নতি কৰি আগবাঢ়ি যাবলৈ লাগিল। প্ৰচুৰ ধন লাভ হবলৈ আৰম্ভ কৰিলে। কোম্পানীৰ নামযশ ফাটি ফুটি গল। দেশৰ ডাঙৰ ডাঙৰ দলং বন্ধাৰ কামবোৰ এই কোম্পানীৰ একচেটীয়া ব্যৱসায় হৈ পৰিল। কোম্পানীৰ সাফল্যত কাৰ্ণেগীৰ অসাধাৰণ পৰিচালনাৰ কৃতিত্ব ফুটি উঠিল। কোম্পানীৰ

সুনাম ৰক্ষাৰ্থে কাৰ্ণেগীয়ে প্ৰাণপণে চেষ্টা কৰি যাবলৈ লাগিল। কোনো অৱস্থাত হীন নিকৃষ্ট বস্তু ব্যৱহাৰ কৰি কোম্পানীৰ নামত চেকা পৰিবলৈ এৰি নিদিছিল। তাৰ পৰা কেৱল উৎকৃষ্ট বস্তুহে যে পোৱা গৈছিল এই বিশ্বাস দেশৰ সৰ্ব্বসাধাৰণৰ মনত দৃঢ় হৈ পৰিল।

অতকালে কাৰ্ণেগীয়ে পৰৰ ওচৰত হাত পাতিহে ব্যৱসায় চলাব লগীয়াত পৰিছিল। 'পৰত আশ বনত বাস'—এই প্ৰবাদৰ সত্যতা উপলব্ধি কৰি কৰবাত কেতিয়াবা চৌ-ঠেঙীয়াত পৰিব লগা হব পাৰে তাৰ আশঙ্কাটোক কাৰ্ণেগীয়ে সদা-সৰ্ব্বদায়ে চকুৰ আগত দেখি আছিল। সেইবাবে এনে-বোৰ বিপদ অসুবিধাৰ হাত সাৰি স্বাধীন ভাবে ব্যৱসায় কৰিবলৈকে ১৮৬৪ খৃষ্টাব্দত ভায়েক টম আৰু তিনিগৰাকী অংশীদাৰ লৈ কাৰ্ণেগীয়ে এটা লোহাৰ কাৰখানা স্থাপন কৰিলে।

ইয়াৰ কিছুদিনৰ পাচত অন্য এগৰাকী বন্ধুক অংশীদাৰ লৈ কাৰ্ণেগীয়ে তেওঁৰ দ্বিতীয় কাৰখানা কৰিলে। কিছু দিনৰ পাছত কাৰ্ণেগীৰ উদ্যোগতে দুয়োটা কাৰখানা চামিল কৰি এটা বৃহৎ কাৰখানা গঢ়ি 'ইউনিয়ন আইৰন মিলছ' নাম ৰাখি স্বাধীন ভাবে লোহা তৈয়াৰ কৰা ব্যৱসায়ত হাত দিলে। এই বিৰাট কাৰখানাত লোহা তৈয়াৰ কৰি কাৰ্ণেগীয়ে সৰবৰাহ কৰিবলৈ লাগিল। কাৰ্ণেগীৰ নিষ্ঠা আৰু সততা গুণে তেওঁৰ এই নতুন ব্যৱসায় প্ৰতিষ্ঠানটিৰ নাম-যশ দেশৰ চাৰিও

চুকে প্ৰচাৰিত হৈ পৰিল। কাৰ্ণেগীৰ সুদক্ষ পৰিচালনাত কাৰখানাৰ উন্নতি চকুত পৰিবলৈ সৰহ দিন নালাগিল।

কাৰ্ণেগীৰ অন্যান্য প্ৰতিষ্ঠান সমূহৰ দৰেই তেওঁৰ এই নব প্ৰতিষ্ঠানটিৰো লক্ষ্য আছিল উচিত মূল্যতে উৎকৃষ্ট লোহা সৰবৰাহ কৰি সৰ্ব্বসাধাৰণৰ যোগান ধৰা। উন্নত প্ৰণালীৰে লোহা তৈয়াৰ কৰাৰ উদ্দেশ্যকে আগত ৰাখি চলিত প্ৰণালীৰ দোষাদোষবোৰ পুঙ্খানুপুঙ্খভাবে চালি জাৰি প্ৰতিকাৰৰ দিহা ব্যৱস্থা কৰি কাৰ্ণেগীয়ে ৰসায়ন বিদ্যা সৰ্ব্বপ্ৰথমে লোহা উৎপাদন ক্ষেত্ৰত প্ৰয়োগ কৰাৰ দিহা কৰাইছিল।

কাৰ্ণেগীৰ দৃষ্টি কেৱল লোহা কাৰখানাৰ ওপৰতে সীমাবদ্ধ হৈ ৰোৱা নাছিল। ব্যৱসায় ক্ষেত্ৰত কাৰ্ণেগীৰ চকু-কাণ সদা-সৰ্ব্বদায়ে মুকলি আছিল। কাৰ্ণেগীৰ ব্যৱসায় দৃষ্টি আছিল সুদূৰ প্ৰসাৰী। আনে যি কথা দহবছৰৰ পাচতহে ভাবিব, কাৰ্ণেগীয়ে তেনে কথাৰ গুৰুত্ব পূৰ্ব্বতে উপলব্ধি কৰি ব্যৱস্থা কৰিব পাৰিছিল। ১৮৬২ খৃষ্টাব্দত পেন্‌ছিলভেনিয়া তেল কোম্পানীৰ ওপৰত কাৰ্ণেগীৰ দৃষ্টি পৰে। ব্যৱসায় ক্ষেত্ৰত তেলৰ গুৰুত্ব বুজি তেল সংগ্ৰহৰ পোনপটীয়া ব্যৱস্থা কৰিবলৈ বুলিয়েই কাৰ্ণেগীয়ে ৪০ হেজাৰ ডলাৰ মূল্যত তেল কোম্পানীৰ এটা বিৰাট অংশ কিনি হাত কৰি ললে। ইয়াৰ পৰাই পাচলৈ তেওঁ বছৰি ১০ লাখ ডলাৰ লাভ কৰিছিল।

অতকালে কাৰ্ণেগী পেন্‌ছিলভেনিয়া ৰেল কোম্পানীৰ

চাকৰিতে আছিল"। এতিয়া কাৰ্ণেগীয়ে বুজিব পৰা হল যে যি ব্যৱসায়ত তেওঁ হাত দিছিলহি তাক ভালদৰে তদাৰক কৰি উন্নতি সাধন কৰি আগুৱাই যাবলৈ হলে চাকৰিৰ মায়ামোহ ত্যাগ কৰিব লাগিব।

এই সময়তে কাৰ্ণেগীকসহকাৰী জেনেৰেল ছুপাৰিণ্টেণ্ডেণ্ট পদলৈ প্ৰমোচন দিয়াৰ প্ৰস্তাব উঠিছিল। কাৰ্ণেগীয়ে সবিনয়ে উক্ত পদ গ্ৰহণে অসম্মতি জ্ঞাপন কৰি কোম্পানীৰ কৰ্তৃপক্ষক জনালে যে চাকৰি কৰাৰ তেওঁৰ আৰু ইচ্ছা নাই। স্বাধীনভাৱে ব্যৱসায় বাণিজ্যত লাগি উন্নতি সাধন কৰাইহে তেওঁৰ জীৱনৰ লক্ষ্য। কাৰ্ণেগীয়ে তেতিয়া যি সঙ্কল্প গ্ৰহণ কৰিলে তাকে মনোযোগ দি একানপতীয়া ভাবে পালন কৰি ব্যৱসায় বাণিজ্যত মন দিবৰ অভিপ্ৰায়ে ৰেল কোম্পানীৰ কৰ্তৃপক্ষৰ ওচৰত ১৮৫৬ খৃষ্টাব্দৰ ২৮ মাৰ্চ্চ তাৰিখে তেওঁৰ চাকৰিৰ পদত্যাগ পত্ৰ দাখিল কৰিলে। কাৰ্ণেগীৰ বয়স তেতিয়া আছিল মাত্ৰ উনত্ৰিশ বছৰ।

## ছয়

চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি কাৰ্ণেগীয়ে এতিয়া একানপতীয়াভাবে বেপাৰ বাণিজ্যত মনোযোগ দিব পৰা হ'ল। সৰু বৰ প্ৰতিবিধৰ কামতে তেওঁ চকু দি যাবলৈ আৰম্ভ কৰিলে। কিছুকালৰ মূৰত ভায়েক টম আৰু কাৰ্ণেগীৰ অন্যতম সহযোগী হেনৰী ব্যৱসায়ৰ সকলো বিভাগৰ সকলো কামত সুদক্ষ ও অভিজ্ঞ হৈ উঠাত তেওঁ এতিয়া সৰু-সুৰা খুটি-নাটিত চকু নিদিলেও কোম্পানী চলিব পৰা হল। এতিয়াৰ পৰা কাৰ্ণেগীয়ে কোম্পানীৰ সাধাৰণ কৰ্ম্মনীতি পৰিচালনাৰ গুৰি ধৰি যাবলৈ লাগিল। ডাঙৰ ডাঙৰ ঠিকা সম্পৰ্কীয় কথা-বতৰা চলোৱাৰ দায়িত্ব কিন্তু বল কাৰ্ণেগীৰ ওপৰতহে। কোম্পানীৰ বেপাৰ বাণিজ্যৰ কথাকে লৈ তেওঁ সঘনে নিউয়ৰ্কলৈ অহা-যোৱা কৰিব লগাত পৰিছিল। এইবাবেই অৱশেষত ১৮৬৭ খৃষ্টাব্দত কাৰ্ণেগীয়ে পিট্‌ছবাৰ্গৰ পৰা নিউয়ৰ্কলৈকে উঠি আহিবলৈ স্থিৰ কৰিলে।

এই সিদ্ধান্তকে আগত ৰাখি মাকক লগত লৈ কাৰ্ণেগীয়ে নিউয়ৰ্কলৈ বুলি যাত্ৰা কৰি ওলাল। অতকালৰ কৰ্ম্মক্ষেত্ৰ পিট্‌ছবাৰ্গ এৰি যাব লগীয়া হোৱাত কাৰ্ণেগীৰ অন্তৰ দুখে বেজাৰে খুন্দিয়াবলৈ ধৰিলে। ভবিষ্যতৰ আশালৈ চাই এই দুখকে দুখ নুবুলি কাৰ্ণেগীয়ে বুক ডাঠকৈ আহি নিউয়ৰ্কত উপস্থিত হলহি। নগৰত উপস্থিত হৈ কাৰ্ণেগীয়ে পোন

প্ৰথমে নিকলছ হোটেলত কিছু কাল অতিবাহিত কৰিলেহি। পাচত উইণ্ডছৰ হোটেললৈ উঠি আহি ইয়াতে একেৰাহে প্ৰায় কুড়ি বছৰ কাল অতিবাহিত কৰি কটালে।

নিউয়ৰ্কলৈ উঠি অহাৰ পৰাই কাৰ্ণেগীৰ কোনো ধৰা-বন্ধা কাম-কাজ হাতত নোহোৱা হল। কাৰ্ণেগীৰ এতিয়া পৰিপূৰ্ণ অৱসৰ হল। অমূলকতে অৱসৰ লৈ হাতত কাম-বন নোহোৱাকৈ শুই বহি থাকি কাল যাপন কৰা কাৰ্ণেগীৰ স্বভাব-বিৰুদ্ধ আছিল। সুযোগ সুবিধা উপস্থিত হলেই কাৰ্ণেগীয়ে তাৰ সদ্ব্যৱহাৰ কৰিবলৈ কোনো কালেই এৰি নিদিছিল। এতিয়া কাৰ্ণেগীৰ অৱসৰীয়া জীৱনত সময়ৰ অভাব নাছিল। তেওঁ এই অকলশৰীয়া কাল জ্ঞান আৰ্জ্জনত অতিবাহিত কৰিবলৈ মন বান্ধিলে। ইয়াকে ঠিক কৰি কাৰ্ণেগীয়ে সেইকালৰ প্ৰখ্যাত 'নাইনটিন চেঞ্চুৰী ক্লাব'ত সভ্য হিচাবে যোগদান কৰিলে।

ক্লাবৰ ৰীতি অনুযায়ী সভাৰ একোটা নিৰ্দ্দিষ্ট দিনত সভ্য সকলৰ মাজত কোনো একো একোটা বিষয়ৰ পাণ্ডিত্যপূৰ্ণ আলোচনাৰ অৱতাৰণা কৰা হৈছিল। তালৈকে প্ৰতিজন সভ্যাই আগতীয়াকৈ প্ৰস্তুত হৈ আহিব লগীয়াত পৰিছিল। কাৰ্ণেগীয়ে ক্লাবৰ এনেবোৰ অধিবেশনৰ আলোচনাত অংশ গ্ৰহণ কৰি বক্তৃতা কৰিছিল। ফলত তেওঁ বিবিধ বিষয় অধ্যয়ন কৰি প্ৰস্তুত হোৱাৰ সুযোগতে নিজ জ্ঞানৰ পৰিধিও বৃদ্ধি কৰি যাবলৈকো সুবিধা পাইছিল।

নিউয়র্কলৈ উঠি আহি কাৰ্ণেগীয়ে দেখা পালে যে মহানগৰীৰ কেতবোৰ লোকে বিভিন্ন কোম্পানীৰ অংশবোৰ সুলভ মূল্যত কিনি অধিক দৰত জনসাধাৰণৰ মাজত বেচি স্পেকুলেছন কৰি লাভবান হৈ ধন ঘটাৰ চিন্তাত ব্যাকুল হৈ ফুৰিছিল। কৃতী ব্যৱসায়ী কাৰ্ণেগীৰ মহানগৰীলৈ আগমনৰ বতৰা পাই জাকে জাকে এনে ফাও বেপাৰী আহি নানা আশা প্ৰলোভন দেখুৱাই কাৰ্ণেগীক এনে বেপাৰত নামিবলৈ কেৰ-জেৰ কৰিবলৈ লাগিল। কাৰ্ণেগীয়ে সকলো প্ৰলোভনৰ বিপক্ষে পিঠি দি সুদৃঢ় ভাবে থিয়দি বল আৰু এনে ঘৃণনীয় প্ৰস্তাব সভ্য সমাজৰ আলোচনাৰ অযোগ্য বুলি তেওঁলোকক বিমুখ কৰি ওলোটাই পঠিয়ালে। এনে ধৰণৰ লেনদেন সম্পৰ্কে কাৰ্ণেগীয়ে পৰৱৰ্ত্তী জীৱনত নিজৰ আত্মজীৱনীত সুন্দৰ ভাবে তেওঁৰ নিজ মত ব্যক্ত কৰি লিখিছিল—"কেৱল স্পেকুলেছনৰ উদ্দেশ্যক লৈ মই জীৱনত কোনো কালেই কোম্পানীৰ অংশ বেচা-কিনাৰ কামত সহযোগ কৰিবলৈ আগ্ৰহশীল হোৱা নাছিলোঁ। চিৰকালেই মই এনে কাৰ্য্যক অত্যন্ত হীন, ঘৃণনীয় কাম বুলি গণ্য কৰি আহিছিলো। ব্যৱসায় বাণিজ্যত উন্নতি সাধন কৰিবলৈ ধীৰ স্থিৰ বুদ্ধিৰ মগজুৰ আৱশ্যক। স্পেকুলেছনত কোম্পানীৰ অংশ বেচা-কিনাত যাৰ মন সদা-সৰ্ব্বদায়ে উগুল-থুগুল, তেনেলোকে কেতিয়াও মন থিৰকৈ ব্যৱসায় ক্ষেত্ৰত উন্নতি সাধনত মন দিব নোৱাৰে। স্পেকুলেছনে মানুহৰ দেহ-মন

আচ্ছন্ন কৰি ৰাখে। ইয়াৰ প্ৰভাৱত মানুহৰ দৃষ্টিভ্ৰম ঘটে। মানুহে দিনক ৰাতি আৰু ৰাতিক দিন জ্ঞান কৰে। স্পেকুলেছন এটা সৰ্ব্বনাশী কাণ্ড। ইয়াৰ দ্বাৰাই ধন ঘটা নহয় বৰঞ্চ ধন অবাবতে পানীত পেলোৱা হয়। স্পেকুলেছন মদৰ ৰাগীৰ দৰে—এবাৰ ইয়াৰ মোহত পৰিলে পাচলৈ সহজে মুক্তি লাভ কৰা কঠিন হৈ পৰে।"

শত প্ৰলোভন উপেক্ষা কৰি কাৰ্ণেগীয়ে নিজ ব্যৱসায়ত মন পুতি লাগি উন্নতি কৰি যাবলৈ লাগিল। নিউয়ৰ্কলৈ আহি কাৰ্ণেগীয়ে মিচিচিপি নদীৰ ওপৰত বিৰাট ২০০০ ফিট দীঘল দলংখন বন্ধাৰ কাৰ্য্যত মন দিব লগীয়া হলহি; নিৰ্ম্মাণ কাৰ্য্য সুসম্পন্ন হল। দেশত এই বিৰাট দলঙে যাতায়তৰ সুচল বঢ়ালে; কোম্পানীৰ খ্যাতি দেশত বৈ বৈ পৰিল। কাৰ্ণেগীৰ বুদ্ধি-কৌশলত সমগ্ৰ দেশত কোম্পানীৰ নামত ধন্য ধন্য পৰিল।

কিষ্টন ব্ৰীজ কোম্পানীৰ ঠিকাৰ সংখ্যা দিনক দিনে বাঢ়ি যাবলৈ লাগিল। কাৰ্ণেগীয়ে বুজি উঠিল যে ব্যৱসায় ক্ষেত্ৰত কোম্পানীৰ সুনাম অক্ষুণ্ণ ৰাখি প্ৰতিযোগিতাত জয় লাভ কৰি উন্নতি কৰি যাবলৈ কোম্পানী সকলো বিষয়ত স্বাৱলম্বী নহলে নচলিব। ইয়াকে ভাবি তেওঁ সিদ্ধান্ত কৰিলে যে কোম্পানীয়ে নিজে পোনপটীয়াভাবে খনিৰ পৰা লোহা সংগ্ৰহ কৰি কেচা লোহা তৈয়াৰ কৰি দেশত সৰবৰাহ কৰিব পৰা হব লাগিব। এই উদ্দেশ্যকে আগত ৰাখি কাৰ্ণেগীয়ে

১৮৭০ খৃষ্টাব্দত ‘লুচী ফাৰনেছ’ নাম দি এটা ব্যৱসায় প্ৰতিষ্ঠান গঠন কৰি খনিৰ পৰা লোহাৰ গুৰি সংগ্ৰহ কৰি কেঁচ লোহা প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰিলে। ফাৰ্ণেছৰ কাৰ্য্য পৰিচালনা কৰিব পৰা সুদক্ষ অভিজ্ঞ লোকৰ বিশেষ অভাৱত কাৰ্য্য পৰিচালনাৰ গতি প্ৰথমে প্ৰথমে কিছু মন্থৰ হৈ অসুবিধাৰ সন্মুখীন হব লগা হয়। নানা ভুল ভ্ৰান্তিৰ খুন্দা-খুন্দলিৰ মাজেদি যথাসাধ্য আগবাঢ়ি গৈ কিছুকালৰ ভিতৰতে কিছু অভিজ্ঞতা আৰ্জ্জন কৰি ফাৰ্ণেছৰ কাৰ্য্য চলাব পৰা সুদক্ষ লোক ওলাল। কাৰ্ণেগীৰ অপূৰ্ব্ব পৰিচালনাত ফাৰ্ণেছৰ কামত সুন্দৰ উন্নতি হবলৈ ধৰিলে।

আধুনিক বৈজ্ঞানিক প্ৰণালীৰ প্ৰয়োগ ব্যৱহাৰত সেই কালত তেতিয়াও লোহা প্ৰস্তুত কৰা কথাটো অজ্ঞাত হৈ আছিল। কাৰখানাৰ গৰাকীসকলৰ অভিজ্ঞতাইহে কাৰখানাত লোহা প্ৰস্তুত কৰাৰ একমাত্ৰ সম্বল আছিল। কাৰ্ণেগীয়ে সৰ্ব্বপ্ৰথমে এই ব্যৱসায়ত বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰি আধুনিক বিজ্ঞানসম্মত উপায়ে লোহা প্ৰস্তুত কৰাৰ নিয়ম প্ৰবৰ্ত্তন কৰি আনক বাট দেখুৱাইছিল।

কাৰ্ণেগীয়ে ৰাসায়নিক নিযুক্ত কৰি কাৰখানাৰ লোহা উৎপাদন বৃদ্ধি কৰাৰ ব্যৱস্থা কৰাইছিল, এনে ব্যৱস্থাত অচিৰেই ব্যৱসায়ৰ উন্নতি চকুত ধৰা পৰিছিল। কোম্পানীৰ খৰচৰ পৰিমাণ কমি আহিল, আনহাতেদি লাভাংশ বাঢ়ি যাবলৈ লাগিল। এই কাললৈকে আমেৰিকাৰ যুক্তৰাষ্ট্ৰত

তীখা তৈয়াৰ কৰাৰ প্ৰণালী জনাজাত হোৱা নাছিল, ইংলেণ্ডৰ সুবিখ্যাত বৈজ্ঞানিক বিছমাৰে এইকালতে লোহাৰ পৰা তীখা উৎপাদনৰ পদ্ধতি উদ্ভাৱন কৰি শিল্প-ক্ষেত্ৰত যুগান্তৰ সৃষ্টি কৰিছিল।

যুক্তৰাষ্ট্ৰৰ প্ৰখ্যাত লোহাৰ কাৰখানাৰ গৰাকীসকল দলে দলে আহি এই নতুন প্ৰণালী শিকি লৈ নিজ নিজ কাৰখানাত তীখা তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিলে। এই সময়তে দেশ ভ্ৰমণ কৰিবলৈ বুলি যাত্ৰা কৰি আহি কাৰ্ণেগীও ইংলেণ্ডত উপস্থিত হলহি। ছেগ বুজি কাৰ্ণেগীয়ে তীখা তৈয়াৰ কৰা বিছমাৰ পদ্ধতি শিকি বুজি লোৱাৰ সুবিধা গ্ৰহণ কৰিলে। কাৰ্ণেগীয়ে ভালকৈ উপলব্ধি কৰিছিল যে অদূৰ ভবিষ্যতত তীখাই লোহাৰ স্থান অধিকাৰ কৰিব; লোহাৰ সলনি তীখাৰ ৰেলৰ প্ৰচলন হব। ইয়াকে ভাবি কাৰ্ণেগীয়ে ১৮৭৩ খৃষ্টাব্দৰ জানুৱাৰী মাহত তীখা প্ৰস্তুত কৰিবলৈ তীখা কাৰখানা এটা তৈয়াৰ কাৰ্য্যত হাত দিলে।

দুৰ্ভাগ্যক্ৰমে ইয়াৰ অলপ দিনৰ পাচতে যুক্তৰাষ্ট্ৰত অৰ্থ-নৈতিক দুৰ্গতিয়ে দেখা দিলেহি; অৰ্থসঙ্কটত নতুন নতুন শিল্প প্ৰতিষ্ঠান সমূহ ভীষণ অৰ্থসঙ্কটৰ গৰাহত পৰি বন্ধ হৈ পৰাৰ উপক্ৰম হ'ল। দেশত বেপাৰ বাণিজ্য অচল হৈ আহিল। কাৰ্ণেগীও পোন প্ৰথমে ভয়তে আতঙ্কগ্ৰস্ত হৈ পৰিছিল। সাহস আৰু ধৈৰ্য্য অৱলম্বন কৰি নিজ ব্যৱসায়ৰ গুৰি ধৰি লাহে লাহে কাৰ্ণেগীয়ে সৰ্তক ভাবে ব্যৱসায়ৰ আগগুৰি লক্ষ্য কৰি

আগবাঢ়ি যাবলৈ ধৰিলে। কার্ণেগীৰ এই প্রতিষ্ঠানটিয়েই আছিল আমেৰিকাৰ যুক্তৰাজ্যৰ সুবিখ্যাত এডগাৰ টমছন ষ্টীল কোম্পানী। কার্ণেগীৰ অপূৰ্ব্ব পৰিচালনাত এই কোম্পানীটিয়ে প্রথম বছৰতে লাভৰ পৰিমাণত এঘাৰ হেজাৰ ডলাৰ দেখুৱাবলৈ সক্ষম হয়।

পুল, দলং নির্ম্মাণ কার্য্যত কিষ্টন ব্রীজ কোম্পানীয়ে দেশত যি খ্যাতি আৰ্জ্জন কৰিছিল তীখাৰ ৰেল তৈয়াৰ কৰি সৰবৰাহ কৰি এডগাৰ টমছন ষ্টীল কোম্পানীয়ে অলপ কালৰ ভিতৰতে তদ্রূপ সুনাম খ্যাতি আৰ্জ্জন কৰি দেশত জনপ্রিয় হৈ পৰিল, লোহা আৰু তীখা সম্পর্কে কোম্পানী স্বাৱলম্বী হৈ নিজে থিয় দিব পৰা হল। কার্ণেগীয়ে এতিয়া উৎপাদনৰ এটা প্রধান আহিলা কয়লাৰ সম্বন্ধে এটা সুবন্দবস্ত কৰিবলৈ তৎপৰ হল। পৰৰ মুখলৈ চাই আশাপালি ব্যৱসায় চলাব লগীয়া হোৱাৰ অসহনীয় অৱস্থাটোৰ পৰা মুক্তি পোৱাৰ ইচ্ছাতে কার্ণেগীয়ে পেন্‌ছিল্‌ভেনিয়াৰ খনিজ অঞ্চল এটা এক লাখ ডলাৰ মূল্যত কিনি লয়। ইয়াৰে পৰা কার্ণেগীয়ে পোন পটীয়াভাবে লোহা সংগ্ৰহ কৰি ব্যৱসায় চলাব পৰা হ'ল।

কার্ণেগী এতিয়া সকলো ফালৰপৰা স্বাৱলম্বী হৈ সম্পূর্ণ স্বাধীন হৈ পৰিল। কার্ণেগীৰ অসাধাৰণ ব্যৱসায় বুদ্ধি আৰু অদ্ভূত কৰ্ম্মশক্তিৰ নিদর্শন স্বৰূপে আমেৰিকাৰ যুক্তৰাষ্ট্ৰত কিষ্টন ব্রীজ কোম্পানী, লুচী ফার্ণেছ আৰু এডগাৰ টমছন ষ্টীল কোম্পানীয়ে দেশৰ বিভিন্ন ক্ষেত্ৰত সৰ্ব্বসাধাৰণৰ চাহিদা

পূৰণ কৰি অপূৰ্ব্ব সাফল্য আৰ্জ্জন কৰি উন্নতি সাধন কৰি আগবাঢ়ি যাবলৈ ধৰিলে।

দেশত তাঁখাৰ চাহিদালৈ লক্ষ্য ৰাখি ১৮৮৬ খৃষ্টাব্দত কাৰ্ণেগীয়ে আৰু এটা তাঁখাৰ কাৰখানা কিনিলে। দুয়োটা কাৰখানা সংযুক্ত কৰি লৈ যুটীয়াভাবে পৰিচালনা কৰিবলৈ কাৰ্ণেগীয়ে কোম্পানীৰ নাম ৰাখিলে 'কাৰ্ণেগী ব্ৰাদাৰ্ছ এণ্ড কোম্পানী'। কাৰ্ণেগীৰ ব্যৱসায় প্ৰতিভা, তীক্ষ্নদৃষ্টি, সততা, ন্যায়নিষ্ঠা আদি গুণৰ ফলতে কাৰ্ণেগীৰ নাম যুক্ত প্ৰতিষ্ঠান সমূহে অপূৰ্ব্ব উন্নতি সাধন কৰি বাণিজ্য জগতত জিলিকি উঠিল।

১৮৯৭ খৃষ্টাব্দলৈকে কাৰ্ণেগীৰ বিভিন্ন ব্যৱসায় প্ৰতিষ্ঠান সমূহে বাণিজ্য ক্ষেত্ৰত কিৰূপে উন্নতি কৰিব পৰিছিল তাৰ এটা সুন্দৰ বৰ্ণনা দিছিল। কাৰ্ণেগীয়ে নিজেই এই বৰ্ণনাত লিখিছিল—"১৮৮৮ খৃষ্টাব্দত আমাৰ মূলধনৰ পৰিমাণ আছিল দুই কোটি ডলাৰ। ১৮৯৭ খৃষ্টাব্দত এই মূলধনৰ পৰিমাণ বাঢ়ি উঠি হলহি মুঠ চাৰি কোটি ডলাৰ। ১৮৮৮ খৃষ্টাব্দত আমাৰ কাৰখানাৰ লোহা উৎপাদন আছিল মুঠ ছয় লাখ টন। ১৮৯৭ খৃষ্টাব্দত আমাৰ লোহাৰ উৎপাদন বাঢ়ি কুড়ি লাখ টন হলগৈ। ১৮৮৮ খৃষ্টাব্দত তাঁখাৰ দৈনিক উৎপাদনৰ পৰিমাণ আছিল দুহেজাৰ টন মাত্ৰ। ১৮৯৭ খৃষ্টাব্দত এই উৎপাদনৰ পৰিমাণ বাঢ়ি হল ছয় হেজাৰ টন।"

কাৰ্ণেগীয়ে সকলো অৱস্থাতে বন্ধুবৰ্গসকলৰ দুঃখ-দুৰ্গতিৰ

প্ৰতি লক্ষ্য ৰাখি সিহঁতৰ সকলো অভাৱ মোচন কৰি সিহঁতক সুখ-স্বচ্ছন্দতা দান কৰিবলৈ সততে চেষ্টা কৰিছিল। বনুৱা-সকলে কাৰ্ণেগীক পৰম শ্ৰদ্ধা ভক্তি কৰিছিল। কাৰ্ণেগীয়ে গৰ্ব্ব কৰিছিল যে তেওঁৰ কাৰখানা সমূহত কোনো কালেই ধৰ্ম্মঘটৰ কাৰণ উদ্ভৱ হোৱা নাছিল। কোনো এঠাইত বক্তৃতা প্ৰসঙ্গত কাৰ্ণেগীয়ে কৈছিল—“পুঁজিপতি, বনুৱা সম্প্ৰদায়টো আৰু পৰিচালকবৰ্গ তিনিও মিলি যেন একেখন টুলৰ তিনটা খুটি। এই তিনিওৰে ভিতৰত কোন বৰ কোন সৰু এই কথাৰে বাদ প্ৰতিবাদ অবাস্তৱ অমূলক। এই তিনি অঙ্গৰ এটা হানি হলে বাকী দুটাই সম্পূৰ্ণ ভৰ ৰক্ষা কৰি প্ৰতিষ্ঠানটি চলাই যাব পাৰিব বুলি ভবাটো মূৰ্খামিহে পৰিচায়ক।”

# সাত

কার্ণেগীৰ ব্যৱসায় প্ৰতিষ্ঠান সমূহৰ লাভৰ পৰিমাণ বাঢ়ি বছৰি চাৰি কোটি ডলাৰ হলহি। তাৰ পাচৰ বছৰত এই লাভাংশৰ পৰিমাণ বৃদ্ধি হৈ সাত কোটি হোৱাৰ সম্ভাৱনা উজ্জ্বল হৈ পৰিল। ঠিক এনে সময়তে কার্ণেগীয়ে আচম্বিতে ব্যৱসায় ক্ষেত্ৰৰপৰা অৱসৰ গ্ৰহণ কৰিবলৈ স্থিৰ কৰিলে। কার্ণেগীৰ এটা বিৰাট মানসিক পৰিবৰ্ত্তনৰ সূত্ৰপাত হল। কার্ণেগীয়ে মনে মনে ভাবিবলৈ ধৰিলে—আজি অতকালে উপাৰ্জ্জনহে কৰিলো এতিয়া আৰু ধন ঘটিবলৈ চেষ্টা নকৰো। অতকালে যি ঘটিলো তাকে এতিয়া সৎ কাৰ্য্যত দান কৰি দিব পাৰিলেই মোৰ কৰ্ত্তব্যৰ সামৰণি পৰিব। বেপাৰ বাণিজ্য ব্যৱসায় কৰি ধন ঘটি অনেকেই জগতত একোজন কোটিপতি হব পাৰিছে। উপাৰ্জ্জনৰ সমুদায় ধন এনে কোটিপতি সকলৰ কিমানে অকাতৰে জগতৰ মঙ্গলৰ হকে দান কৰি যাব পাৰিছে?

কার্ণেগীয়ে যিভাবে দুয়োহাতে কুবেৰৰ ঐশ্বৰ্য্য আৰ্জ্জন কৰিছিল ঠিক সেই ভাবেই দুয়োহাতে তেওঁ দান কৰিছিল। এয়েই হল কার্ণেগীৰ বিশেষত্ব, ইয়াতেই হল তেওঁৰ মহত্ব। জগতত নাম যশ আৰ্জ্জন কৰাই কাৰ্ণেগীৰ দানৰ লক্ষ্য নাছিল, জীৱনৰ আদৰ্শ আৰু তেওঁৰ কৰ্ত্তব্যবোধেই কার্ণেগীক তেওঁৰ

অতুলনীয় দানশীলতাৰ প্ৰেৰণা যোগাইছিল। কাৰ্ণেগীৰ জীৱনৰ আদৰ্শই আছিল অভিনৱ।

কাৰ্ণেগীয় বয়স যেতিয়া আছিল মাত্ৰ ত্ৰিশবছৰ তেতিয়া তেওঁ নিজৰ দৈনিক ডায়েৰীৰ পাতত যি লিখিছিল তাৰ পৰাই কাৰ্ণেগীৰ মনৰ পৰিচয় পোৱা হয়। তেওঁ লিখিছিল—“মোৰ বয়স এতিয়া ত্ৰিশ বছৰ। মোৰ বছৰেকীয়া আয়ৰ পৰিমাণ এতিয়া পঞ্চাশ হেজাৰ ডলাৰ। মই মোৰ ব্যৱসায় প্ৰতিষ্ঠান সমূহত এনে ব্যৱস্থা কৰিব লাগিব যাৰ গুণত দুবছৰৰ অন্তত মই বছৰি পঞ্চাশ হেজাৰকৈ ধন লাভ কৰাটো মোৰ পক্ষে কোনো ৰকমৰ অসুবিধাই হব নোৱাৰে, ইয়াতকৈ অধিক লাভ মই নিবিচাৰো। ধন সচাৰ চেষ্টা আৰু নকৰো। সাঁচতীয়া ধন যত যি আছে পৰৰ মঙ্গলৰ হকে খৰচ কৰিম। দেশ আৰু দহৰ হিত সাধনৰ উদ্দেশ্যৰ বাহিৰে অন্য উদ্দেশ্য লৈ আৰু বাণিজ্য ব্যৱসায় নচলাওঁ। ইয়াৰ পাচৰ পৰাই অক্সফোৰ্ডত বসতি কৰিবলৈ লমগৈ। জ্ঞান বিজ্ঞান চৰ্চ্চাত মন দিম। সাহিত্যিক সকলৰ লগত চা-চিনাকি হৈ সাহিত্য চৰ্চ্চাত মনোযোগ দিম। এই ভাবেই মোৰ অৱসৰীয়া জীৱনৰ তিনিবছৰ কাল অতিবাহিত কৰি কটাম। ইয়াৰ পাচৰ পৰাই বক্তৃতা দি ফুৰিবলৈ লম। কিছু কালৰ অন্তত লণ্ডনলৈ গৈ কোনো এখন সংবাদ-পত্ৰৰ স্বত্ব কিনি লৈ তাৰ সম্পাদনাৰ দায়িত্ব লৈ পৰিচালনা কৰিম। সকলো ৰকমৰ জনহিতকৰ প্ৰতিষ্ঠানৰ লগত—বিশেষকৈ যিবিলাকৰ উদ্দেশ্য দীন, দুখীয়া

সকলৰ সেৱা—সংযোগ স্থাপন কৰি দীন হীন লোকসকলৰ সেৱা কৰিবলৈ চেষ্টা কৰিম।"

অন্য এঠাইত কাৰ্ণেগীয়ে লিখিছিল যে প্ৰতিজন মানুহৰে জীৱনৰ একোটা আদৰ্শ থকা উচিত। ধন আৰ্জ্জন আৰু সঞ্চয়কে জীৱনৰ মূল আদৰ্শ বুলি গ্ৰহণ কৰা আদৰ্শই জীৱনৰ নিকৃষ্টতম আদৰ্শ। এনে আদৰ্শই মানুহক অধঃ-পতনলৈয়ো টানি নিয়ে। তেওঁ লিখিছিল—"মই যিহকে কৰিবলৈ লওঁ তাতে মই মন প্ৰাণ ঢালি দিওঁ। মই জীৱনত এনে এটা আদৰ্শ গ্ৰহণ কৰিম যাৰ প্ৰভাৱত মোৰ জীৱন উন্নত, মহৎ আৰু সুন্দৰ হব পাৰে। অধিককাল ব্যৱসায়ত লাগি থাকি দিনে-ৰাতিয়ে ধনকেহে চিন্তা কৰিব লাগিব। তাৰ ফলত মোৰ মানসিক পতন ঘটিব। এনে এটা অৱস্থাৰ পৰা পাচলৈ মই সহজে মুক্তি লাভ কৰিব নোৱাৰিম—যদিহে মই ব্যৱসায় ক্ষেত্ৰৰ পৰা অৱসৰ লৈ ধন ঘটাৰ চিন্তাৰে পৰা এতিয়াই অব্যাহতি নিবিচাৰো। সাত পাচ সকলো ভাবি গুণি দুবছৰৰ অন্তত ব্যৱসায় ক্ষেত্ৰৰ পৰা মই পৰিপূৰ্ণভাবে আহৰি লম।"

নিৰ্দ্দিষ্ট দুবছৰৰ মূৰত কাৰ্ণেগীৰ ব্যৱসায়ক্ষেত্ৰৰ পৰা বিদায় গ্ৰহণ কৰা হৈ নুঠিল। কিন্তু ইতিমধ্যে ধন উপাৰ্জ্জন আৰু তাৰ ব্যৱহাৰ সম্বন্ধে কাৰ্ণেগীৰ মতবাদৰ কোনো পৰিবৰ্ত্তন নঘটিল। ১৯০০ খৃষ্টাব্দত কাৰ্ণেগীয়ে তেওঁৰ সুপ্ৰসিদ্ধ গ্ৰন্থ 'The Gospel of Wealth'—ঐশ্বৰ্য্যৰ বাণী

নামৰ গ্ৰন্থ খন ৰচনা কৰি প্ৰকাশ কৰিলে। এই গ্ৰন্থত কাৰ্ণেগীয়ে লিখিছিল, "ধনী লোকসকলে সৰল ভাবে জীৱন যাপন কৰাহে উচিত। অবাৰত বিলাসিতাত ধন নেভাঙি নিৰাড়ম্বৰ ভাবে জীৱন অতিবাহিত কৰিবলৈ তেওঁলোকে চেষ্টা কৰাহে উচিত। পৰিয়ালবৰ্গৰ ভৰণ পোষণ কৰি যি ধন হাতত ৰাহি ৰয় তাক দীন হীন, দুখীয়া, দৰিদ্ৰসকলৰ অৰ্থে জমা থকা ধন বুলি জ্ঞান কৰিব লাগে। দীনহীন দুখীয়া নিচলাসকলৰ অভাব মোচনৰ দায়িত্ব ধনী সম্প্ৰদায়ৰে।"

কাৰ্ণেগীয়ে কেৱল যে পুথিতহে লিখিছিল এনে নহয়, তেওঁ যি লিখিছিল তাক নিজৰ জীৱনতে সুন্দৰভাৱে কাৰ্য্যত প্ৰমাণ দি গৈছিল। ১৯০১ খৃষ্টাব্দৰ জানুৱাৰী মাহত কাৰ্ণেগীয়ে তেওঁৰ ব্যৱসায় প্ৰতিষ্ঠান সমূহ যুক্তৰাষ্ট্ৰৰ ইউনাইটেড ষ্টেটছ্ ষ্টীল কৰপোৰেচনক বেচি দিলে। কোম্পানীৰ লাভাংশ হিচাবে কাৰ্ণেগীৰ ভাগত পৰা ১৩০ কোটিৰ অধিক ধন কাৰ্ণেগীয়ে জগতৰ মঙ্গলৰ হকে দান কৰিবলৈ মন কৰিলে। কাৰ্ণেগীৰ নামতে বিভিন্ন প্ৰকাৰৰ জনহিতকৰ অনুষ্ঠান দেশে বিদেশে গঢ়ি উঠিবলৈ লাগিল। কাৰ্ণেগীৰ অকুণ্ঠ দানতে পৃথিবীৰ বহু অঞ্চল উপকৃত হল। নিজ কৰ্ম্মভূমি আমেৰিকা আৰু জন্মভূমি স্কটলেণ্ডে স্বভাবিকতেই তেওঁৰ এই বিৰাট দানৰ অধিকাংশ লাভ কৰিছিল।

ব্যৱসায়ক্ষেত্ৰৰ পৰা বিদায় গ্ৰহণ কৰি কাৰ্ণেগীয়ে ৰাহি ধনেৰে চল্লিশ লাখ ডলাৰ খৰচ কৰি কাৰখানাৰ বনুৱাসকলৰ

বাবে এটা পেন্সন ফাণ্ড খুলি যিসকল বনুৱা কোনো দুৰ্ঘটনাত পৰি আহত হৈ কাম-বনৰ অকামিলা হৈ পৰে বা কৰ্ম্মশক্তি হেৰুৱাই কাৰখানাৰ কাম-কাজ চলাবলৈ অপৰাগ হয় তেনে লোকক এই পুজিৰ পৰাই পেন্সন দিয়াৰ ব্যৱস্থা কৰা হৈছিল। কাৰখানাৰ বনুৱা সম্প্ৰদায়ৰ ব্যৱহাৰৰ নিমিত্তে স্থাপন কৰা বিৰাট পুথি-ভড়ালৰ সংৰক্ষণৰ বাবে কাৰ্ণেগীয়ে আছুতীয়াকৈ ৰাখিলে দহলাখ ডলাৰৰ অধিক ধন। নিজ জন্মভূমিৰ ডানফাৰ্ম্মিলনৰ অধিবাসীসকলৰ নিমিত্তে কাৰ্ণেগীয়ে যি বিৰাট পাঠাগাৰ স্থাপন কৰাই দিছিল তাৰ ভেটি স্থাপন কৰাইছিল মাকৰ হতুৱাই।

কাৰ্ণেগীয়ে পাঠাগাৰ স্থাপনত বিশেষ ধাউতি চিৰকালেই দেখুৱাই আহিছিল। তেওঁ বেছ বুজিছিল যে জীৱনত জ্ঞান আৰ্জ্জনৰ যিফেৰা সুবিধা লাভ কৰিছিল সি আছিল মাত্ৰ সাধাৰণ পাঠাগাৰৰ পৰাইহে। স্কুল কলেজত শিক্ষালাভ কৰাৰ সৌভাগ্য তেওঁৰ নহৈছিল। এই কাৰণতে কাৰ্ণেগীয়ে জীৱনত ৰাজহুৱা সাধাৰণ পাঠাগাৰ স্থাপনত ইমান গুৰুত্ব আৰোপ কৰি আগ্ৰহ দেখুৱাইছিল। কাৰ্ণেগীয়ে অন্তৰেৰে বিশ্বাস কৰিছিল যে অৱস্থাহীন দুখীয়া দৰিদ্ৰ ছাত্ৰসকলে এনেবোৰ ৰাজহুৱা পাঠাগাৰৰ পৰা গ্ৰন্থাদি সংগ্ৰহ কৰিবলৈ পালে নিজৰ জ্ঞান ভাণ্ডাৰ বৃদ্ধি কৰিবৰ সুযোগ সুবিধা লাভ কৰিব পাৰিব।

কাৰ্ণেগীৰ দানৰ ধনেৰেই দেশত ২৫০৫ টা ৰাজহুৱা

পাঠাগাৰৰ সুন্দৰ সুন্দৰ প্ৰাসাদপুৰী যেন ঘৰবোৰ নিৰ্ম্মাণ কৰা হৈছিল। দেশ বিদেশৰ হাজাৰ হাজাৰ সাধাৰণ পাঠাগাৰ কাৰ্ণেগীৰ দানৰ পৰাই পুষ্টি লাভ কৰি জ্ঞানৰ পোহৰ বিতৰণ কৰি জগত পোহৰাইছিল।

কাৰ্ণেগীৰ অতুলনীয় বিৰাট দানৰ তালিকা কৰা এক-প্ৰকাৰ অসম্ভৱ। তেওঁৰ দানেৰেই যিবোৰ জনহিতকৰ পুঁজি দেশ-বিদেশত স্থাপিত হৈছিল তাৰে এটা চমু আভাস তলত দিয়া হল।

কাৰ্ণেগীয়ে তেওঁৰ জীৱনৰ প্ৰধান কৰ্ম্মক্ষেত্ৰ পিট্‌ছবাৰ্গৰ সৰ্ব্বসাধাৰণ ৰাইজৰ সকলো প্ৰকাৰৰ উন্নতি বিধান কল্লে দুই কোটি আশী লাখ ডলাৰ ভাঙ্গি এটা সুবিশাল Institute স্থাপন কৰাই দিয়ে। ইয়াৰ লক্ষ্য আছিল সৰ্ব্বসাধাৰণৰ শিক্ষা, স্বাস্থ্যৰ উন্নতি বিধায়ক বিবিধ ব্যৱস্থা-ৱলী, আমোদ-প্ৰমোদৰ ব্যৱস্থা, যাতুঘৰ, শিল্পকলা ভবন আদি বিভাগেৰে এই প্ৰতিষ্ঠানৰ সৰ্ব্বাঙ্গ পৰিপূৰ্ণ কৰি গঠন কৰি দিয়া হৈছিল।

১৯০২ খৃষ্টাব্দৰ ২৮ জানুৱাৰী তাৰিখে জগতৰ কল্যাণকৰ নানা বিষয়ৰ সম্বন্ধে গবেষণা কাৰ্য্যৰ উদ্দেশ্যে কাৰ্ণেগীয়ে তিনি কোটি কুড়ি লাখ ডলাৰ খৰচ কৰি 'কাৰ্ণেগী ইনষ্টিটি-উছন অৱ ৱাছিংটন' নামৰ প্ৰতিষ্ঠানটি গঠন কৰে। 'কাৰ্ণেগী হিৰো ফাণ্ড কমিছন' প্ৰতিষ্ঠানটি গঠন কৰা হয় ১৯০৪ খৃষ্টাব্দত। যিসকলে নিজৰ জীৱন বিপন্ন কৰি আনক বিপদৰ পৰাহৰ

পৰ ৰক্ষা কৰিবলৈ গৈ নিজৰ জীৱন আহুতি দিয়েগৈ, তেনে লোকৰ পৰিয়ালবৰ্গক এই পুজিৰ ধনৰ পৰা ভৰণপোষণ যোগোৱাৰ ব্যৱস্থা কৰা হয়। এই পুজিৰ ধনৰ পৰিমাণ এক কোটি চল্লিশ হেজাৰ ডলাৰ। এই বিৰাট দানৰ উপলক্ষটি আছিল এনে ধৰণৰ। পিট্‌ছবাৰ্গৰ কয়লা খনিত এদিন হঠাৎ এটা দুৰ্ঘটনা ঘটে। ঘটনাৰ বাতৰি পোৱা মাত্ৰেই খনিৰ ছুপাৰিন্‌টেণ্ডেণ্ট টেইলাৰে নিজৰ বিপদ নেওচি ব্যগ্ৰ-ভাৱে খনিলৈ নামি আহি বিপদগ্ৰস্ত বনুৱাবোৰক উদ্ধাৰ কৰাত ব্ৰতী হৈ পৰে। এই উদ্ধাৰ কাৰ্য্যত টেইলাৰে নিজৰ জীৱন বিসৰ্জ্জন দিব লগা হল।

টেইলাৰৰ এই জলন্ত আত্মত্যাগৰ দৃষ্টান্তই গভীৰভাৱে কাৰ্ণেগীৰ অন্তৰ স্পৰ্শ কৰিলে। এই মহৎ ত্যাগৰ সোঁৱৰণী স্বৰূপে কাৰ্ণেগীয়ে এই পুজি স্থাপন কৰিছিল। দেশ বিদেশৰ নানা মনীষী সকলে কাৰ্ণেগীক এই সজ প্ৰচেষ্টাৰ বাবে সাধুবাদ জ্ঞাপন কৰিছিল।

১৯০৫ খৃষ্টাব্দত স্কুল কলেজৰ শিক্ষক সকলক বৃত্তি দি সাহায্য দান কৰাৰ উদ্দেশ্যে কাৰ্ণেগীয়ে তিনি কোটি ডলাৰৰ এটি পুজি প্ৰতিষ্ঠা কৰাই শিক্ষকতা প্ৰসাৰত বৰগুনি আগবঢ়ায়। এই অনুষ্ঠানটিৰ নাম হল 'কাৰ্ণেগী ফাউণ্ডেছন ফৰ এডভান্সমেণ্ট অৱ টিচিঙ'।

জগতত যাতে শান্তি বিৰাজ কৰে, যুদ্ধ-বিগ্ৰহৰ কাৰণ উপস্থিত হৈ পৃথিবীৰ শান্তিভঙ্গ কৰিব নোৱাৰে, তাক নিবাৰণ

কৰাৰ উদ্দেশ্য আগত ৰাখি জগতত প্ৰচাৰ কাৰ্য্য চলাবৰ বাবেই কাৰ্ণেগীয়ে এক কোটি ডলাৰ ধনেৰে এটা পুজি স্থাপন কৰি এটা প্ৰতিষ্ঠান গঠন কৰে। এই প্ৰতিষ্ঠানক তিনটা শাখাত ভাগ কৰা হয়। যুদ্ধ-বিগ্ৰহৰ ফলত দেশত কি বিপৰ্য্যয় ঘটে আৰু দেশৰ সাধাৰণ অৱস্থাৰ কি ওলট পালট হয় তাৰ বিষয়ে প্ৰচাৰ কাৰ্য্যত সাহায্য দান কৰিবলৈ জগতৰ চিন্তানায়ক সকলক গ্ৰন্থ পুস্তকাদি ৰচনা কৰিবলৈ আহ্বান কৰাই প্ৰথমটো শাখাৰ উদ্দেশ্য। হেগ নগৰত ৰাষ্ট্ৰসঙ্ঘৰ যিটো বিৰাট সচিবালয় সজা হয় তাকো কাৰ্ণেগীৰ ধনেৰেই।

কাৰ্ণেগীয়ে পোন্ধৰ লাখ ডলাৰ খৰচ কৰি আৰু এটি শান্তি মন্দিৰ ( Temple of Peace ) নিৰ্ম্মাণ কৰায়। 'কাৰ্ণেগী কৰপোৰেছন অব্ নিউয়ৰ্ক' কাৰ্ণেগীৰ সকলো প্ৰতিষ্ঠানৰ পুজিতকৈ ডাঙৰ, ইয়াৰ মুঠ ধনৰ পৰিমাণ তেৰ কোটি পঞ্চাশ লাখ ডলাৰ, ১৯১১ খৃষ্টাব্দত প্ৰতিষ্ঠা কৰা হয়। এই পুজিৰ লক্ষ্য যুক্তৰাষ্ট্ৰৰ অধিবাসীসকলৰ মাজত জ্ঞান বিজ্ঞানৰ চৰ্চ্চা বৃদ্ধিত উৎসাহ দান।

'স্কটলেণ্ড বিশ্ববিদ্যালয় কাৰ্ণেগী ট্ৰাষ্ট', ১৯০১ খৃষ্টাব্দত কাৰ্ণেগীয়ে কুড়ি লাখ পাউণ্ড ধনেৰে এই পুজি গঠন কৰে। পুজিৰ আধাভাগ ধন আগবঢ়ালে স্কটলেণ্ডৰ বিভিন্ন বিশ্ব-বিদ্যালয়ৰ উন্নতিকল্পে আৰু বাকী ভাগ আছুতীয়াকৈ ৰখা হল, ছাত্ৰ-ছাত্ৰীৰ সাহায্য বৃত্তিৰ উদ্দেশ্যে।

১৯০৩ খৃষ্টাব্দত চাৰেসাত লাখ পাউণ্ড ধন খৰচ কৰি নিজ জন্মভূমি ডানফাৰ্ম্মিলনৰ বিবিধ উন্নতিকে উদ্দেশ্য কৰি কাৰ্ণেগীয়ে এই দানৰ পুজিৰ ব্যৱস্থা কৰিছিল। ডানফাৰ্ম্মিলনৰ অধিবাসী নৰনাৰীৰ জীৱন সুন্দৰ আৰু মধুৰ কৰি তুলিব-লৈকে এই পুজিৰ ধন খৰচ কৰা হৈছিল। এই পুজিৰ ধনেৰে নগৰৰ পাৰ্ক উদ্যানসমূহৰ উন্নতি সাধন, শিক্ষালয়, ক'লাভবন, খেল-ধেমালিৰ পথাৰাদিৰ ব্যৱস্থা কৰা হয়। ইয়াৰ উপৰিও পেনক্রিক গ্লেন নামৰ পুৰণিকলীয়া উদ্যানখনৰ সংস্কাৰৰ ব্যৱস্থাও এই পুজিৰে অন্যতম লক্ষ্য আছিল। কাৰ্ণেগীয়ে তেওঁৰ আত্মজীৱনীত লিখিছিল, "ডানফাৰ্ম্মিলনৰ পেনক্রিক গ্লেনৰ সংস্কাৰ সাধনৰ বাবে দান আগবঢ়াই যি বিমল আনন্দ লাভ কৰিছিলো তেনে আনন্দ মই অন্য কোনো দান উপলক্ষে পোৱা নাছিলো। ল'ৰাকালত তুপৰীয়া পৰত এই বনভূমিতেই অনাই বনাই ফুৰি বিশ্রাম কৰি অপাৰ আনন্দ লাভ কৰিছিলো, ল'ৰাকালৰ মধুময় স্মৃতিৰে এই বনভুমিকে স্বৰ্গ বুলি কল্পনা কৰিছিলো। মোৰ ল'ৰালি কালৰ মধুৰ স্মৃতিৰে এই বনভূমি সাঙোৰ খাই আছে।"

ওপৰত উল্লিখিত দানসমূহৰ উপৰিও পৃথিবীৰ বিভিন্ন ৰাজ্যৰ বহু ঠাইত কাৰ্ণেগীৰ দানৰ ওপৰত নিৰ্ভৰ কৰিয়েই নানা জনহিতকৰ প্ৰতিষ্ঠানে দহ আৰু দেশৰ উন্নতি সাধন কৰি আহিছে।

# আঠ

কার্ণেগীৰ দেশভ্ৰমণত প্ৰবল ৰাপ আছিল। কাম-বনৰ পৰা এফেৰি আহৰি পালেই তেওঁ প্ৰায়ে দেশভ্ৰমণত ওলাই-ছিল। কার্ণেগীয়ে বহু দিনৰে পৰা পৃথিবী ভ্ৰমণৰ ভাব এটা অন্তৰত পোষণ কৰিছিল। নানা আলৈ-আহুকালৰ মাজত অতকালে তেওঁৰ মনৰ ইচ্ছা মনতে জাহগৈ ৰব লগা হয়।

১৮৭৭ খৃষ্টাব্দত ছেগবুজি কার্ণেগীয়ে তেওঁৰ সহকৰ্ম্মী আৰু প্ৰিয় বন্ধু ভণ্ডিভৰটক লগত লৈ পৃথিবী ভ্ৰমণৰ উদ্দেশ্যে যাত্ৰা কৰিলে। কার্ণেগীয়ে তেওঁৰ এই ভ্ৰমণ কাহিনী 'ৰাউণ্ড দি ৱাৰ্ল্ড' নামৰ গ্ৰন্থত সুন্দৰ বৰ্ণনা দি গৈছে। ভাবৰ মাধুৰ্য্য, ভাষাৰ লালিত্যৰ গুণতে প্ৰকাশ হোৱাৰ লগে লগে এই গ্ৰন্থখনিয়ে অচিৰে দেশ-বিদেশত বিপুল সমাদৰ লাভ কৰিছিল।

"এই ভ্ৰমণত মোৰ চকুৰ আগত এখন নতুন জগত মুকলি হৈ পৰিছিল। মোৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্ত্তন ঘটিছিল। বিভিন্ন দেশত জগতৰ সুমহান ধৰ্ম্মপুথি সমূহৰ মতাৱলম্বী লোক-সকলৰ লগত চা-চিনাকি হৈ পৰিচয় কৰিবলৈ সুযোগ পালো। মোৰ মনৰ শান্তি বাঢ়িল আৰু অন্তৰৰ সকলো আৱৰি-বাৱৰি বেবেৰি-বাং ভাবৰ অবসান ঘটিল। মই সেই

মহাবাক্যফাকিৰ মৰ্ম্ম উপলব্ধি কৰিলো যে স্বৰ্গ বাহিৰৰ ক'তো নাই, ই বিৰাজমান নিজৰ অন্তৰতহে।"

ইয়াৰ তিনি বছৰৰ পাচত কাৰ্ণেগীয়ে তেওঁৰ কেইগৰাকীমান বন্ধু-বান্ধৱক লগত লৈ ইংলেণ্ডৰ কেতবোৰ অঞ্চল ঘোৰাগাড়ীৰে ভ্ৰমণ কৰিবলৈ ওলাল। এই অভিনৱ ভ্ৰমণ কাহিনীটিও তেওঁ গ্ৰন্থ আকাৰত ৰচনা কৰি প্ৰকাশ কৰিছিল। 'ৰাউণ্ড দি ৱাৰ্ল্ড'ৰ দৰেই কাৰ্ণেগীৰ 'আৱাৰ কোচিং ট্ৰিপ'ও জনপ্ৰিয় হৈ পঢ়ুৱৈ সমাজৰ বিশেষ সমাদৰ লাভ কৰিব পাৰিছিল।

ভ্ৰমণ কাহিনী এৰিও কাৰ্ণেগীয়ে যিবোৰ গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিছিল এই সকলোবোৰেই তেওঁৰ সুগভীৰ পাণ্ডিত্য, সূক্ষ্ম চিন্তাশক্তিৰ পৰিচয় দান কৰি তেওঁৰ সাহিত্যিক প্ৰতিভাৰ চিনাকি দিছিল।

'ট্ৰায়ম্ফেণ্ট ডেমক্ৰেচী' বা বিজয়ী গণতন্ত্ৰ আৰু 'গস্পেল অৱ ওৱেল্থ' কাৰ্ণেগীৰ জীৱনৰ বাইবেল বুলিব পৰা হয়। ধনী লোকসকলে কিৰূপে ধনৰ ব্যৱহাৰ কৰা উচিত তাকে পৰিষ্কাৰভাৱে কাৰ্ণেগীয়ে এই গ্ৰন্থত বৰ্ণনা দি গৈছে। ধনৰ উপাৰ্জ্জন আৰু ধনৰ সদ্ব্যৱহাৰ সম্বন্ধে এই গ্ৰন্থত কাৰ্ণেগী যি লিখিছিল তাক তেওঁ সুন্দৰভাৱে নিজ জীৱনতে ফুটাই তুলিছিল। এই গ্ৰন্থৰ এঠাইত কাৰ্ণেগীয়ে লিখিছিল যে কোটিপতি সকলৰ জীৱনতো এনে একোটা দিন উপস্থিত হয় যেতিয়া তেওঁলোকে পূৰ্ণভাৱে ধনৰ দাস হৈ পৰে।

নিজৰ আৰু পৰিয়ালবৰ্গৰ ভাত-কাপোৰৰ সংস্থান কৰি স্বাধীনভাবে জীৱন যাপন কৰিবলৈ চেষ্টা কৰা প্ৰতিজন মানুহৰে প্ৰধান কৰ্ত্তব্য ; জীৱনৰ কৰ্ত্তব্যৰ ইয়াতে শেষ নহয়। ধনীসকলৰ আশেপাশে যিসকল দুৰ্ভগীয়া দীন-দৰিদ্ৰ লোক থাকে, তেওঁলোকক সাহায্য দান কৰা তেওঁলোকৰ কৰ্ত্তব্য। যাৰ যেনে সাধ্য সেই মতেই জগতৰ অগণন লোকৰ হিত সাধন কৰাই জীৱনৰ প্ৰকৃত আদৰ্শ, প্ৰয়োজনৰ অধিক ধন জমা ৰাখি সঞ্চয় কৰি দেশ আৰু দহৰ মঙ্গলাৰ্থে ব্যয় কৰাইহে ধনৰ সাৰ্থকতা।

কাৰ্ণেগীৰ আত্মজীৱনীখনো এখন উপাদেয় গ্ৰন্থ। এগৰাকী সুলিখক হিচাবে কাৰ্ণেগীৰ কৃতিত্ব ইয়াত সুন্দৰ ভাবে ফুটি উঠিছিল। কাৰ্ণেগী কেৱল এজন সুলিখকহে আছিল মাত্ৰ এনে নহয়, তেওঁ এজন সুবক্তাও আছিল। কাৰ্ণেগীয়ে অৱশ্যে ভাষাৰেই ভেলেকীবান ৰচনা কৰি শ্ৰোতা-সকলক অভিভূত কৰি তুলিবলৈ চেষ্টা নকৰিছিল, তেওঁ যি অনুভৱ কৰিছিল তাক সহজ সৰলভাবে ভাষাত প্ৰকাশ কৰি গৈছিল। কাৰ্ণেগীৰ বক্তৃতাত লেশমাত্ৰাও কৃত্ৰিমতা নাছিল, তেওঁ বিশ্বাস কৰিছিল যে কৃত্ৰিমতা পৰিহাৰ কৰি সহজ সৰলভাবে নিজৰ মনৰ ভাব বৰ্ণনা কৰিলে শ্ৰোতাৰ অন্তৰ যিমান সহজে জয় কৰিব পৰা হয় অন্য কোনো উপায়েই তেনে নহয়। মানুহে সাধাৰণ কথা-বতৰাত অস্বাভাবিক আড়ম্বৰ ব্যৱহাৰ নকৰি স্বাভাবিক গতিৰে নিজৰ মনৰ

ভাব সহজ সৰল ভাষাত প্ৰকাশ কৰি যায়। এয়েই হল ভাব বিনিময়ৰ স্বাভাবিক ৰীতি। এই সহজ সৰল পোনপটীয়া পথ ত্যাগ কৰি ভাষাৰে মায়াজাল সৃষ্টি কৰি শ্ৰোতাক পেপুৱা লগাবলৈ অনৰ্থক চেষ্টা কৰা বৃথা।

## ন

১৮৮৬ খৃষ্টাব্দৰ নবেম্বৰ মাহৰ ভিতৰতে মাত্ৰ কেইদিন-মানৰ অগাপিছাকৈ কাৰ্ণেগীৰ মাক আৰু ভায়েক টম মৃত্যুৰ মুখত পৰে। কাৰ্ণেগীৰ মনত তেওঁৰ মাক আছিল শক্তিৰ থলি, ভায়েক টম আছিল তেওঁৰ প্ৰধান সাৰথি। দুয়োকো একেলগে হেৰুৱাব লগা হোৱাত কাৰ্ণেগীয়ে নিজকে সম্পূৰ্ণ নিঠৰুৱা জ্ঞান কৰিবলৈ ধৰিলে। ইয়াৰ দিনচেৰেকৰ পাচতেই নিজেও ৰোগত পৰি শয্যা গ্ৰহণ কৰিব লগা হয়। বিছনাত উঠিব বহিবৰ শক্তি তেওঁৰ নোহোৱা হল। কাৰ্ণেগীয়ে নিতান্ত অসহায় অনুভৱ কৰিবলৈ লাগিল। এতিয়ালৈকে কাৰ্ণেগীয়ে বিবাহ কৰোৱা নাছিল। কিছু দিনৰ আগতে লুই হুইটফিল্ড নামৰ এগৰাকী তৰুণীৰ লগত কাৰ্ণেগীৰ পৰিচয় ঘটিছিল। ধীৰে ধীৰে এই পৰিচয় প্ৰণয়ত পৰিণত হল। কাৰ্ণেগীয়ে অনুভৱ কৰিলে মিছ হুইটফিল্ডক জীৱন-সঙ্গিনীৰূপে নেপালে তেওঁৰ জীৱন অসম্পূৰ্ণ হৈয়ে ৰব।

কাৰ্ণেগীৰ অগাধ ঐশ্বৰ্য্য আৰু তেওঁৰ উচ্চ আকাঙ্ক্ষাই তেওঁলোকৰ মিলন পথৰ অন্তৰায় হৈ থিয় দিলে। মিছ হুইটফিল্ডে ইচ্ছা কৰিছিল তেওঁ এনে এজনক জীৱনৰ সঙ্গী হিচাপে গ্ৰহণ কৰিব যাৰ ধন-সম্পত্তিকেহে ভোগ নকৰি সকলো অৱস্থাতে সেৱা কৰি নাৰী জীৱন সাৰ্থক কৰি তুলিব।

মাক আৰু ভায়েকৰ মৃত্যুত কাৰ্ণেগীয়ে অকলশৰীয়া নিঠৰুৱা অনুভৱ কৰিবলৈ ধৰিলে।—মোক এগৰাকী জীৱন-সঙ্গিনীৰ প্ৰয়োজন যি মোৰ শোকত সান্ত্বনা দান কৰিব আৰু সুখ-সম্ভোগত আনন্দৰ ভাগ লব—ইয়াকে ভাবি ১৮৮৭ খৃষ্টাব্দৰ ২২ এপ্ৰিল তাৰিখে কাৰ্ণেগীয়ে মিছ হুইটফিল্ডৰ লগত বিবাহ সূত্ৰে আবদ্ধ হল। তেতিয়া কাৰ্ণেগীৰ বয়স হৈছিল বাৱন্ন বছৰ আৰু মিছ হুইটফিল্ডৰ আছিল আঠাইশ বছৰ। বয়সৰ পাৰ্থক্য স্বত্বেও এওঁলোকৰ বিবাহিত জীৱন প্ৰেম-মাধুৰ্য্যত পৰিপূৰ্ণ হৈ পৰম সুখকৰ হৈ পৰিছিল।

বিবাহৰ কুৰি বছৰৰ পাচত তেওঁ পত্নীৰ সম্পৰ্কে লিখিছিল, "মিছাছ কাৰ্ণেগী মোৰ জীৱনত আমূল পৰিবৰ্ত্তন সাধন কৰিছিল। আজি কুৰি বছৰে তেওঁ মোৰ জীৱন এনেভাবে আৱৰি লৈছেহি যে আজি তেওঁৰ সহায় অবিহনে মোৰ জীৱন ধাৰণ কৰাৰ কথাকে ভাবিব নোৱাৰা হলোহেতেন। তেওঁৰ অন্তৰৰ মাধুৰ্য্য, বুদ্ধিৰ প্ৰখৰতা আৰু সুপবিত্ৰ সুষমাৰাশিৰে মোৰ হৃদয় পৰিপূৰ্ণ কৰি ৰাখিছে। বাহিৰৰ বন্ধু-বান্ধৱ, পৰম-আত্মীয়, স্বজন—সকলোৱেই তেওঁৰ ব্যৱহাৰত মুগ্ধ। কোনো দিনে কাৰো লগত এদিনলৈ বিবাদ বিৰোধ সৃষ্টি হৈ ঠোঁটামজা লগা নাছিল। এদিনলৈকে তেওঁৰ মুখত এটাও কটু কথা ওলোৱা নাছিল। যিসকলে তেওঁৰ সংস্পৰ্শত আহিছিল সেইবিলাকৰ উপকাৰ ভিন্ন অপকাৰ চিন্তা মুহূৰ্ত্ত-লৈকে তেওঁ মনত ঠাই দিয়া নাছিল।

এনে এগৰাকী আদৰ্শ জীৱন-সঙ্গিনীৰ প্ৰভাৱত কাৰ্ণেগীৰ জীৱন সুখ আনন্দত উথলি উঠিছিল। কাৰ্ণেগীৰ ঘৰ-সংসাৰ শান্তিৰ নিজৰাত পৰিণত হৈ পৰিছিল। কাৰ্ণেগীৰ জীৱনত কাম্য আৰু একো বাকী নৰল। এতিয়ালৈকে কাৰ্ণেগী দম্পতি সন্তান আদিৰ মুখ দেখা নাছিল; এয়েই আছিল যি এফেৰি কাৰ্ণেগীৰ অন্তৰৰ দুখ।

১৮৯৭ খৃষ্টাব্দৰ ৩০ মাৰ্চ্চ তাৰিখে তেওঁলোকৰ বিবাহৰ দহবছৰৰ পাচত একমাত্ৰ জীয়াৰী সন্তান মাৰ্গাৰেটৰ জন্ম হয়। কাৰ্ণেগীৰ পাৰিবাৰিক জীৱনে পৰিপূৰ্ণতা লাভ কৰিলে। মাৰ্গাৰেটৰ জন্মকে উপলক্ষ কৰি কাৰ্ণেগী ভৱনত আনন্দ উৎসৱৰ ঢল উঠিল।

মাৰ্গাৰেটৰ জন্মৰ কিছু দিনৰ পাচত কাৰ্ণেগীয়ে স্কটলেণ্ডত তেওঁৰ স্থায়ী ঘৰ সজায়। চহৰৰ কোলাহলৰ আঁতৰত স্কটলেণ্ডৰ অতুলনীয় শোভা-সৌন্দৰ্য্যৰ বুকুত কাৰ্ণেগীৰ বাসভবন 'স্কিবো কেছল'। কাৰ্ণেগীয়ে তেওঁৰ অৱসৰীয়া জীৱনৰ বেছিভাগ কাল এই স্কিবো কেছলতে অতিবাহিত কৰি কটাইছিল।

কাৰ্ণেগী চিৰকালেই নিৰাড়ম্বৰ সৰল জীৱন যাপনৰ পক্ষপাতী আছিল। অগাধ ঐশ্বৰ্য্যৰ অধিকাৰী হৈয়ো কাৰ্ণেগীয়ে অনাৱশ্যক বিলাস অন্তৰেৰে ঘৃণা কৰিছিল। তেওঁৰ সৰল জীৱন-যাত্ৰা প্ৰণালীত লাহ-বিলাহৰ ঠাই নাছিল। তেওঁৰ সুযোগ্য পত্নীও স্বামীৰ মতেৰে অনুগামিণী হৈ

ঐশ্বৰ্য্যকে দোহাই দি তেওঁলোকৰ জীৱন-যাত্ৰা প্ৰণালীটোক কৃত্ৰিম কৰি তুলিবৰ অযথা চেষ্টা নকৰিছিল। মিছা আড়ম্বৰ বৰ্জ্জন কৰি প্ৰকৃতিৰ শান্ত সুন্দৰ আবেষ্টনীৰ মাজত সহজ সৰলভাবে জীৱন যাপন কৰি কাৰ্ণেগী দম্পতিয়ে অপাৰ আনন্দ লাভ কৰিছিল।

স্কেবো কেছল কাৰ্ণেগী পৰিয়ালৰ কেৱল বাসভবনেই নাছিল। স্কটলেণ্ডৰ অনুপম প্ৰাকৃতিক শোভা সৌন্দৰ্য্যৰ বুকুত ই আছিল পৰিয়ালটিৰ নন্দন কানন। এই কাননৰ দেবকন্যা আছিল কাৰ্ণেগীৰ আলসুৱা আদৰৰ মাৰ্গাৰেট।

কাৰ্ণেগী আছিল এগৰাকী কৃতি ব্যৱসায়ী। নিজ বাহুবলে সামান্য অৱস্থাৰ পৰা উন্নতি সাধন কৰি বিপুল অৰ্থ উপাৰ্জ্জন কৰি এগৰাকী কোটিপতি হৈছিলগৈ; এয়েই কাৰ্ণেগীৰ পৰিপূৰ্ণ পৰিচয় নহয়। অনেকেই ধন আৰ্জ্জন কৰি এঁকোজন কোটিপতিৰ নাম কিনিছে, জগতত এনে কোটিপতিৰ অভাৱ নাই। কিন্তু এনে কোটিপতিসকলৰ বহুত কামকেহে জগতবাসীয়ে কৃতজ্ঞ অন্তৰেৰে সুঁৱৰিবলৈ পায়।

কাৰ্ণেগী আজি ইহলোকত নাই। তেওঁৰ অকুণ্ঠ দানে তেওঁক আজি মৰিও অমৰ কৰি ৰাখিছে। কাৰ্ণেগীৰ জীৱনৰ মহৎ আদৰ্শৰ প্ৰেৰণা সম্বন্ধে কাৰ্ণেগীৰ নিজ মুখৰ বাক্য-ফাকিয়েই সুন্দৰ প্ৰমাণ যোগায়। কাৰ্ণেগীয়ে কৈছিল—"মোৰ হৃদয়ত যি গৰাকী সুমহান বিচাৰকে আসন পাতি বহি বিৰাজ কৰি আছে তেওঁৰ ওচৰত মোৰ মূৰ যেন

সততে নিশব্দে নত হয়। সংসাৰৰ কোনো বস্তুৰ প্ৰতি মোৰ যেন মায়া মোহ নজন্মে। জগতৰ কাকো যেন মই ভয়ৰ চকুৰে চাব লগীয়া নোহোৱাকৈয়ে নিৰ্ভয়ে নিজ কৰ্ত্তব্য সম্পাদন কৰি যাব পাৰো আৰু ইয়াৰ বাবেই ইহজীৱনতে হওক বা পৰজন্মতে হওক কোনো পুৰস্কাৰ প্ৰতিদানৰ বাঞ্ছা হৃদয়ত পোষণ নকৰো।”

কাৰখানাৰ গৰাকী আৰু বনুৱা মজদুৰ সকলৰ মাজত বিবাদ বিৰোধ এটা চিৰকলীয়া কথা। কাৰ্ণেগী এগৰাকী কোটিপতি। পুঁজিপতি হৈয়ো দুখীয়া দীন-হীন বনুৱাসকলৰ দুখ-বেদনা অন্তৰেৰে অনুভৱ কৰি তাৰ প্ৰতিকাৰৰ কাৰ্য্যকৰী ব্যৱস্থা কৰিবলৈ চেষ্টাৰ ক্ৰুটী নকৰিছিল। শ্ৰমিক ধৰ্ম্মঘট প্ৰসঙ্গত এবাৰ কাৰ্ণেগীয়ে কৈছিল, “পুঁজিপতি সকলৰ হাতত বনুৱাবোৰ যেন খেলাৰ পুতলাহে। গৰাকীৰ ইচ্ছাহলে কাৰখানা বন্ধ কৰিলে, পৰিণামত দিনচেৰেকলৈ পুঁজিপতি গৰাকীৰ লাভৰ ঘৰ শূন্য হৈ ৰল। ইয়াৰ বাবে গৰাকীৰ খোৱা-বোৱা, চলন-ফুৰণ, আমোদ-প্ৰমোদৰ একো ব্যতিক্ৰম নঘটিল। এনে ঐশ্বৰ্য্যশালী, ধনৰ ওপৰত লুটি বাগৰ খাই থকা পুঁজিপতি সকলৰ অৱস্থাৰ লগত ডাল-দৰিদ্ৰ, দীনহীন, বনুৱাহঁতৰ অৱস্থাৰ কি তুলনা হব পাৰে? বনুৱা মজদুৰৰ নিমিত্তে বিলাস কল্পনাৰে অগোচৰ; সুস্থ, সবল অৱস্থাতে সিহঁতে লৰা-তিৰুতাৰ ভাত-কাপোৰৰ সংস্থানকে কৰি উঠিবলৈ নোৱাৰে, অসুখ-বিসুখত পৰি ভুগিব লগা হলে সাধাৰণ

ঔষধ পথ্যৰ যোগান ধৰাও সিহঁতৰ সাধ্যাতীত। এই দুই অৱস্থাৰ বিজনিতে কোনটো অৱস্থাৰ প্ৰতি স্বাভাবিকতে আমাৰ অন্তৰ কান্দি উঠিব লাগে? নিশ্চয় দীনহীন বনুৱাহঁতৰ অৱস্থাৰ প্ৰতিহে আমাৰ অন্তৰৰ দয়া সহানুভূতি উথলি উঠিব লাগে।"

কাৰ্ণেগীয়ে প্ৰায়ে কৈছিল যে কাৰখানাৰ গৰাকী আৰু বনুৱা মজতুৰসকলৰ মাজত সদ্ভাৱ বন্ধুত্ব বিৰাজ কৰিলে লাভবান হয় অধিকতৰ ভাবে গৰাকী সকল নিজে। বনুৱা-হঁত উচিত বেতন দিলে বনুৱাসকলৰ গৰাকীৰ প্ৰতি শ্ৰদ্ধা ভক্তি বাঢ়ে। সিহঁতে সন্তুষ্ট হৈ নিজ নিজ কৰ্ত্তব্যত মন প্ৰাণ ঢালি দিয়ে; পৰিশ্ৰম কৰি গৰাকীৰ অধিক উপাৰ্জ্জনৰ বাট মুকলি কৰি দিয়ে। ফলত গৰাকীৰ লাভৰ উপাৰ্জ্জন বৃদ্ধি হয়।

কাৰ্ণেগীয়ে আজীৱন বনুৱাসকলক বন্ধুভাৱে ব্যৱহাৰ কৰি আহিছিল। ব্যৱসায়ৰপৰা অৱসৰ গ্ৰহণ কৰি তেওঁ বনুৱাসকলৰ বাবে পেন্সনৰ ব্যৱস্থা কৰি দিছিল। ব্যৱসায় পৰিচালনা সম্বন্ধে কাৰ্ণেগীৰ কেতবোৰ সুস্পষ্ট অভিমত আছিল। নিজ জীৱনত সেইবোৰ কঠোৰভাবে মানি চলিয়েই কাৰ্ণেগীয়ে ব্যৱসায়ক্ষেত্ৰত অসাধাৰণ সাফল্য আৰ্জ্জন কৰি কৰি খ্যাতি লাভ কৰিব পাৰিছিল। যিকোনো ব্যৱসায়ীৰ পক্ষে কাৰ্ণেগীৰ এই নীতিসমূহ অমূল্য আপুকগীয়া সম্পদ নহৈ নোৱাৰে।

কাৰ্ণেগীয়ে কৈছিল—"মই এনে কোনো ব্যৱসায়ী

প্ৰতিষ্ঠানৰ কথা শুনা নাই যি উৎকৃষ্ট সামগ্ৰী সৰবৰাহ নকৰাকৈ বা ন্যায়পথত নচলাকৈয়ে ব্যৱসায় ক্ষেত্ৰত সুনাম লাভ কৰি উন্নতি কৰিব পাৰিছে। বস্তুৰ মূল্য কমাই দিয়াতকৈ বস্তুৰ উৎকৰ্ষ ৰক্ষা কৰি নিজ প্ৰতিষ্ঠানৰ সুনাম ৰক্ষা কৰাটোহে শ্ৰেষ্ঠতৰ। বাছকৰনীয়া নানা তৰহৰ বস্তু উৎপাদন কৰাত কাৰখানাৰ সৰু-বৰ সকলোকেই পৰিশ্ৰম, সহযোগ আৱশ্যক—ব্যৱসায়ৰ সুনামলৈ। লৰাৰ ধেমালি খেলিবলৈ ওলোৱাসকলে ব্যৱসায়ক্ষেত্ৰত উন্নতিৰ আশা কৰা নিশাৰ সপোনৰ দৰে অসাৰ।”

কাৰ্ণেগীয়ে সদা-সৰ্ব্বদায় প্ৰফুল্লমনে কাল অতিবাহিত কৰিছিল। স্কিবো কেছলত তেওঁ নিয়ম কৰি পঢ়া শুনা কৰিছিল, গলফ খেলিছিল, সাগৰত বৰশীৰে মাছ ধৰিছিল, সাগৰত সাঁতুৰিছিল! নানাপ্ৰকাৰ আমোদ-প্ৰমোদ কৰি তেওঁ জীৱনৰ শেষ কাল কটাইছিল। যি কোনো অৱস্থাতে কাৰ্ণেগীয়ে এলাহক প্ৰশ্ৰয় দিবলৈ ইচ্ছা নকৰিছিল। কাৰ্ণেগী মূলতঃ আশাবাদী আছিল। কোনো অৱস্থাতে তেওঁ আশা এৰি হতাশ হৈ দেহা এৰি দি বহি নপৰিছিল। কোনো কাৰণত এবাৰ আশা ভঙ্গ হলে তেওঁ নতুন আশা বুকুত বান্ধি লৈ পুনৰ কৰ্ম্মক্ষেত্ৰত নামিছিল। কাৰ্ণেগীৰ মন আছিল প্ৰধানতঃ শান্তিকামী। জগতত যাতে শান্তি বিৰাজ কৰে আৰু পৃথিবীৰ জাতিসমূহৰ পৰস্পৰ বাদ-বিসম্বাদ দূৰ হৈ আন্তৰ্জাতিক বন্ধুতা সৌহাৰ্দ্য স্থাপিত হয়—এয়েই আছিল

কাৰ্ণেগীৰ অন্তৰৰ ইচ্ছা অভিলাস। জগতৰ শান্তিৰ উদ্দেশ্যে কাৰ্ণেগীয়ে অকাতৰে অজস্ৰ ধন দান কৰিছিল।

১৯১৪ খৃষ্টাব্দত ইউৰোপত ৰণশিঙা বাজি উঠিল। কাৰ্ণেগীৰ অন্তৰৰ সকলো আশা আকাঙ্ক্ষা নিমিষতে চুৰমাৰ হবৰ উপক্ৰম হল। কাৰ্ণেগীৰ মন ভাগি পৰিল। যিজনে বিশ্বৰ কল্যাণৰ অৰ্থে অকাতৰে ছুয়ো হাতেৰে জীৱনৰ সৰ্ব্বস্ব দান কৰি দিছিল, যুদ্ধৰ ধ্বংসলীলাৰ কথা কল্পনা কৰি তেওঁ চকুৰ আগতে ধুৰলি-কুৰলি দেখিবলৈ ধৰিলে।

ওপৰা-ওপৰিকৈ ছুবাৰকৈ নিউমনিয়া ৰোগত পৰি কাৰ্ণেগীৰ সম্পূৰ্ণভাবে স্বাস্থ্যহানি হয়। ৰুগীয়া শৰীৰত নিৰাশাৰ দাৰুণ আঘাতত তেওঁ সম্পূৰ্ণভাবে মৰহি পৰি শয্যা গ্ৰহণ কৰিব লগা হল। কাৰ্ণেগীৰ শক্তি টুটি আহিল, আৰোগ্যৰ আশা নিৰ্ম্মুল হল। ১৯১৯ খৃষ্টাব্দৰ ১১ আগষ্ট তাৰিখে মানৱকুলৰ কল্যাণকামী অদ্বিতীয় দানবীৰ মহাপ্ৰাণ এণ্ড্ৰু কাৰ্ণেগীয়ে যুক্তৰাষ্ট্ৰৰ মেছাচুটেছ প্ৰদেশৰ ছেডব্ৰোক নামৰ ঠাইত ইহলীলা সম্বৰণ কৰিলে।



## আমাৰ প্ৰকাশিত অসমীয়া আৰু ইংৰাজী কেইটামান বাছকবনীয়া কিতাপ

(১) **কুমাৰী পৃথিৱী**—অধ্যাপক বীৰেন বৰকটকী ৪৲
( Virgin Soil-ৰ অনুবাদ )

(২) **মাটি আৰু মানুহ**—শ্ৰীদীননাথ শৰ্ম্মা ৬॥০

(৩) **নদাই**— " ৩॥০

(৪) **চাইলাচ মাৰ্ণাৰ**—শ্ৰীমুক্তিনাথ বৰদলৈ ৩৲

(৫) **ভাৰত জেউতি**—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ৩॥০

(৬) **উন্মূল কোৰাণ**—তৈয়ব উল্লা ৪৲

(৭) **শ্ৰীশ্ৰীশঙ্কৰদেৱ**—ডঃ মহেশ্বৰ নেওগ ( তৃতীয় সং ) ৪৲

(৮) **অ' মোৰ আপোনাৰ দেশ**—দ্বিজেন্দ্ৰনাথ শৰ্ম্মা, এম-এ ২॥০

(৯) **মীৰজুমলাৰ অসম আক্ৰমণ**—ডঃ সূৰ্য্যকুমাৰ ভূঞা ৩৲

(১০) **জোনাকী**— ঐ ৩৲

(১১) **আনন্দৰাম বৰুৱা**— ঐ ৩৲

(১২) **যুগ-দেৱতা**—পদ্মশ্ৰী নলিনীবালা দেৱী ২॥০

(১৩) **কনফুচিয়াছ**—অধ্যাপক শৰৎচন্দ্ৰ গোস্বামী ২।০

1. **Aton Buragohain and His times**
—By. Dr. S. K. Bhuyan V. C., G. U. 12-0-0

2. **Studies in the Literature of Assam**
—By Dr. S. K. Bhuyan 6-0-0

3. **Modern Assamese Literature**
—By Dr. B. K. Barua 4-0-0

4. **The Red River & the Blue Hill**
—By Principal Hem Barua 5-0-0

5. **The Cultural & Linguistic Aspects of the Garos**
—By Bhupen Chowdhury 3-0-0

6. **The Landmarks of the Freedom Movement in Assam**—By Prof. K. N. Dutta

7. **The Bihu Songs of Assam**
—By Dr. P. Dutta Goswami 3-8-0

8. **The Folk Tales of Assam**
—By J. Barua, Bar-at-Law 2-8-0

9. **1857 in Assam**—By Mohendra Bora 1-8-0

10. **The Fairs and Festivals of Assam**
—By Hem Barua & J. D. Baveja 1-8-0

## Some Books for the Advanced Students of Assamese Literature

| | | |
|---|---|---|
| ১। | পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি—ডঃ মহেশ্বৰ নেওগ | ৩৲ |
| ২। | অসমীয়া সাহিত্যৰ বুৰঞ্জী—৺ভাৰত দাস | ২৲ |
| ৩। | সাহিত্য আলোচনা—অধ্যক্ষ শ্ৰীত্ৰৈলোক্য গোস্বামী, এম-এ | ৩৲ |
| ৪। | সাহিত্যৰ ৰূপৰেখা—শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, এম-এ. | ৩৲ |
| ৫। | সমালোচনা-সাহিত্য— „ | ২॥০ |
| ৬। | অসমীয়া জন-সাহিত্য—শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী, ডি. ফিল. | ২৲ |
| ৭। | সাহিত্য আৰু জীৱন— „ | ৩৲ |
| ৮। | ইউৰোপৰ মনীষী পাঁচগৰাকী— „ | ৩৲ |
| ৯। | ভাষা আৰু সাহিত্য—শ্ৰীউপেন্দ্ৰ গোস্বামী, এম-এ | ২॥০ |
| ১০। | অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী | ২॥০ |
| ১১। | অসমীয়া সাহিত্যৰ বুৰঞ্জী—শ্ৰীডিম্বেশ্বৰ নেওগ | ১৫৲ |
| ১২। | বৌদ্ধ ধৰ্ম্ম আৰু সাহিত্য—সম্পাদক ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা | ৪৲ |
| ১৩। | মনোবিজ্ঞান—অধ্যাপক শৰৎ চন্দ্ৰ গোস্বামী | ১০৲ |
| ১৪। | অসমীয়া গীতি-সাহিত্য—ডঃ মহেশ্বৰ নেওগ | |
| ১৫। | চাহাপৰী উপাখ্যান— ঐ | |

## আমাৰ প্ৰকাশিত কলেজৰ পুথি সমূহ

| | | |
|---|---|---|
| ১। | মহামোহ কাব্য—( ৰামানন্দ দ্বিজ ) সম্পাদক ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা | ২॥০ |
| ২। | বুৰঞ্জীৰ বাণী—ডঃ সূৰ্য্যকুমাৰ ভূঞা | ৩৲ |
| ৩। | কৌৰৱ বিদ্ৰোহ— „ | ২৲ |
| ৪। | উষা-পৰিণয়—( পিতাম্বৰ দ্বিজ ) সঃ ডঃ মহেশ্বৰ নেওগ | ৩৲ |
| ৫। | ৰামায়ণ ( অযোধ্যাকাণ্ড )—ডঃ শৰ্ম্মাৰ পাতনি সহ | ৩৲ |
| ৬। | ৺ৰজনী বৰদলৈৰ সাহিত্য আলোচনা —অধ্যাপক উপেন্দ্ৰ লেখাক | ১৲ |

| | | |
|---|---|---|
| ৭। | কথা-গীতা—৺গোবিন্দ মিশ্র | ২॥০ |
| ৮। | কথা-ভাগৱত—ভট্টদেৱ | ১৲ |
| ৯। | রুক্মিণী-হৰণ নাট—শ্ৰীশ্ৰীশঙ্কৰদেৱ | ১॥০ |
| ১০। | ব্যৱহাৰিক অৰ্থ বিজ্ঞান—অধ্যাপক প্ৰভাস গোস্বামী | ৩॥০ |
| ১১। | সাহিত্য আৰু জীৱন—ডঃ প্ৰফুল্লদত্ত গোস্বামী | ৫৲ |
| ১২। | পৰশমণি—পদ্মশ্ৰী নলিনীবালা দেৱী | ৩৲ |
| ১৩। | গীতগোবিন্দ ( ৰামসৰস্বতী ) | ২৲ |
| ১৪। | শ্ৰীৰাম আতা আৰু ৰামানন্দৰ গীত —সম্পাদক ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা | ৩৲ |
| ১৫। | ৰণজেউতি—শ্ৰীইন্দ্ৰেশ্বৰ বৰবৰুৱা | ২৲ |
| ১৬। | সাহিত্য আৰু প্ৰেম—ডঃ বাণীকান্ত কাকতি | ২৲ |
| ১৭। | পুৰণি অসমীয়া সাহিত্য— „ | ২৲ |
| ১৮। | অসমীয়া ভাষা আৰু সংস্কৃতি—ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা | ৬৲ |
| ১৯। | চক্ৰেটিচ্, প্লেটো আৰু এৰিষ্টটল —অধ্যাপক শৰৎচন্দ্ৰ গোস্বামী | ৩৲ |
| ২০। | ইউৰোপৰ মনীষী পাঁচগৰাকী—ডঃ প্ৰফুল্লদত্ত গোস্বামী | ৩৲ |
| ২১। | **Modern Assamese Literature** —Dr. B. K. Barua | **4/-** |
| ২২। | **Studies in the Literature of Assam** —Dr. S. K. Bhuyan | **6/-** |
| ২৩। | **Co-ordinate Geometry and Solid Geometry** —Prof. R. Chakrabarty | **3/8** |
| ২৪। | **Salt Analysis**—Prasanna Goswami | **-/8/-** |
| ২৫। | **Questions and Answers on Book-Keeping** | **1/8** |
| ২৬। | **Notes on Inter-Assamese Poetry** —By An Experienced Professor | **2/-** |
| ২৭। | **Notes on Inter-Assamese Prose** —By An Experienced Professor | **2/8** |

**LAWYER'S BOOK STALL**

**Gauhati**